প্ৰকাশক
শ্ৰীকামাখ্যাকুমাৰ পদ্মপতি
সম্পাদক, বৌদ্ধ জয়ন্তী কমিটি, অসম,
শ্বিলং

প্ৰথম সংস্কৰণ
২ অক্টোবৰ, ১৯৫৬

মূল্য—চাৰি টকা

মুদ্ৰাকৰ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট্, কলিকতা-৬

# সম্পাদকৰ পাতনি

বৌদ্ধ জয়ন্তী উৎসৱ উপলক্ষে "বৌদ্ধধৰ্ম্ম আৰু সাহিত্য" সম্পৰ্কে এখনি পুথি প্ৰকাশ কৰিবলৈ ইচ্ছা কৰি অসমৰ শিক্ষা-মন্ত্ৰী শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়াই আমাক সেই পুথি সম্পাদন কৰিবলৈ ভাৰ দিয়ে। তেখেতৰ নিৰ্দ্দেশ অনুযায়ী তিনিজন লেখকৰ তিনিটি প্ৰবন্ধেৰে এই পুথি খৰখেদাকৈ সঙ্কলন কৰা হ'ল। এই সম্পৰ্কত দুটিমান কথা বিশেষভাৱে উল্লেখ কৰিব লগীয়া। প্ৰথমতে, পুথিখনত তিনিজন বিভিন্ন লেখকৰ ৰচনাৰ সমাৱেশ হোৱাত ঠায়ে ঠায়ে যে মতৰ সামান্য অমিল আৰু পুনৰুক্তি আছে সি অৱশ্য-স্বীকাৰ্য্য।

দ্বিতীয়তে, এই পুথিত হীনযান বা থেৰবাদ বৌদ্ধধৰ্ম্মৰ আলোচনা হোৱাত আৰু তাকো ঘাইকৈ পালি ভাষাৰপৰা সঙ্কলন কৰাত এই গ্ৰন্থত সংস্কৃত আৰু পালি উভয় ভাষাৰ শব্দাৱলী ব্যৱহৃত হৈছে।

"বৌদ্ধধৰ্ম্ম আৰু সাহিত্য"ৰ এই প্ৰথম ভাগে ৰাইজৰ যথোচিত সমাদৰ লভিলে, ভৱিষ্যতে ইয়াৰ দ্বিতীয় খণ্ড প্ৰকাশ কৰিবলৈ ইচ্ছা থাকিল। দ্বিতীয় ভাগত মহাযান বৌদ্ধধৰ্ম্ম আৰু সাহিত্য বিষয়ে আলোচনা কৰা হব।

বৰ্ত্তমান সঙ্কলনত মুখ্য-মন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই তেখেতৰ দুটি ভাষণ সংযোজিত কৰিবলৈ অনুমতি দিয়াত আৰু শিক্ষা-মন্ত্ৰী শ্ৰীঅমিয়কুমাৰ দাসদেৱে দুআষাৰ আগকথা লিখি দিয়াত তেখেত দুয়োলৈকে আমাৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধা আগ বঢ়ালোঁ।

কলিকতাৰ মহাবোধি সভা, ট্ৰিবিউন প্ৰেছ আৰু ওৰিয়েণ্ট ৰিভিউ কাকতৰ সম্পাদকৰ পৰা এই পুথিত প্ৰকাশ হোৱা ব্লকসমূহ পোৱা গৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ মহেশ্বৰ নেওগে পুথি সঙ্কলন আৰু ছপা কাৰ্য্যত নানাভাৱে সহায় কৰিছে ; এইখিনিতে এই সকলোৰে শলাগ ললোঁ।

সৰ্ব্বশেষত নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পালৰো শলাগ লোৱা হ'ল। কম সময়ৰ ভিতৰতে ছপা কৰি উলিয়াই দিয়াৰ বাহিৰেও পুথিখনি দেখনিয়াৰ কৰিবলৈ তেখেতে ভালেখিনি যত্ন কৰিছে।

গুৱাহাটী
২ অক্টোবৰ
১৯৫৬

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা



দেশ-কল্যাণ-ব্ৰতত ব্ৰতী,
সকলো সাংস্কৃতিক অনুষ্ঠান আৰু উদ্যোগত উৎসাহী
ডাক্টৰ শ্ৰীভুবনেশ্বৰ বৰুৱাদেৱৰ
কৰ-কমলত



# সূচীপত্ৰ







গৌতম বুদ্ধ ( গুপ্তযুগ )

# আগকথা

পৰম করুণাৰ মূৰ্ত্তি ভগৱান বুদ্ধৰ ধৰ্ম্মৰ স্নেহময় বাণী ভাৰতৰ বুকুত প্ৰথম প্ৰচাৰ হবৰ আজি পঁচিশ শতিকাই হ'লহি। সেই সময়ৰপৰা সেই বাণী ভাৰতৰ উত্তৰ, পূব আৰু দক্ষিণৰ দেশ-সমূহত বিয়পি পৰিল। কিন্তু কাল-ক্ৰমত এই অহিংসা-মন্ত্ৰই তাৰ জন্মভূমিত নিজৰ স্থান যেন হেৰুৱাই পেলালে। আজি ইমান শতিকাৰ পিছত কত ৰজা আৰু ৰাজত্বৰ এটিৰ পিছৰ আনটিৰ অৱসানৰ অন্তত ভাৰত ন ৰূপত স্বাধীন হোৱাৰ বেলা বৌদ্ধধৰ্ম্মৰ আহ্বান ভাৰতলৈ ঘূৰি আহিছে। আজি বৌদ্ধধৰ্ম্মৰ প্ৰতীক ধৰ্ম্মচক্ৰই ৰাষ্ট্ৰীয় পতাকাৰ কেন্দ্ৰত শোভা পাইছে আৰু আমাৰ ৰাষ্ট্ৰীয় প্ৰতীক হ'ল অশোক-স্তম্ভৰ সিংহ-মূল। ইয়াৰ দ্বাৰা ভাৰত মাতৃৰ এই শ্ৰেষ্ঠ সন্তান গৌতম বুদ্ধৰ প্ৰতি সম্মান, কৃতজ্ঞতা আৰু গুণগ্ৰাহিতা প্ৰদৰ্শন কৰাৰ উপৰিও আজিৰ ক্ষুব্ধ জগতৰ অতি আৱশ্যকীয় শান্তিৰ প্ৰতিষ্ঠাত ভাৰতেই যে আগ ভাগ ল'ব লাগিব, সেই কথাৰো স্বীকৃতি তাৰ মাজতে সোমাই থকা যেন লাগে। বুদ্ধৰ পঞ্চশীলৰ আদৰ্শত আজিৰ ভাৰতৰ মহানায়ক জৱাহৰলালে নতুন পঞ্চশীলৰ তত্ত্ব প্ৰতিষ্ঠা আৰু ঘোষণা কৰিছে।

ঈশ্বৰ-তত্ত্বৰ পণ্ডিতসকলে ক'ব পাৰে যে ধৰ্ম্মৰ সৰ্ব্ববাদীসম্মত সংজ্ঞামতে বৌদ্ধধৰ্ম্ম এক ধৰ্ম্মই নহয়। কিন্তু ধৰ্ম্মৰ যি উদ্দেশ্য, সেই ফালৰপৰা বুদ্ধদেৱৰ শিক্ষাই সকলো ধৰ্ম্মৰ সাৰ বস্তুখিনি বুকত বান্ধি ৰাখিছে। ৰোগ, জৰা আৰু মৃত্যু দেখি ৰাজ-সম্পত্তিৰ সম্ভোগৰ মাজত থকা গৌতমৰ অন্তৰ 'জাহ্নৱী-যমুনা-বিগলিত-কৰুণা' হৈ পৰিছিল। মানুহ জাতিৰ দুখৰ কাৰণ আৰু তাৰ মোচনৰ উপায় বিচৰাত তেওঁৰ মন ধাৱিত হ'ল। ভিক্খুৰ জীৱনে তেওঁক তেওঁৰ পথৰ প্ৰথম সন্ধান দিলে। মাৰৰ নানা প্ৰলোভন আৰু নানা কৃচ্ছ্ৰ সাধনাৰ পিছত গৌতমে প্ৰকৃত পোহৰ দেখা পালে; তেওঁ অৰহন্ত , তথাগত, ভগৱা, মহাপুৰিস, সচ্চনাম আৰু অনোম

নামৰ যোগ্য হ'ল। বুদ্ধদেৱৰ ধৰ্ম্মৰ মূলসূত্ৰ সৎ আচৰণত—যিহৰ দ্বাৰা মানুহৰ লগত মানুহৰ বিৰোধৰ অৱসান ঘটে, পৰস্পৰে পৰস্পৰক সুখ দিব পাৰে, নিজৰ অন্তৰলৈ শান্তি আনিব পাৰে। এই আচৰণৰ ওপৰত গুৰুত্ব আৰোপে বৌদ্ধধৰ্ম্মক পৃথিৱীৰ সকলো ধৰ্ম্মৰ ভিতৰত স্বকীয়া আসন এখনি দিছে। আত্মা বা নিৰ্ব্বাণৰ আঁহ ফলা বিচাৰ হয়তো তেওঁৰ শিক্ষাত নাই; কিন্তু জগতৰ শান্তিৰ ধৰণী-স্বৰূপ শান্তি-পূৰ্ণ শীল-শিক্ষা বুদ্ধদেৱে দি গৈছে। গৌতম বুদ্ধই দৰ্শোৱা এই শান্তিৰ পথ ভাৰতৰ পক্ষে অৱশ্যে অৰ্ব্বাচীন নহয়; ই ভাৰতৰ প্ৰাচীনতম শিক্ষা। গৌতমে সেই প্ৰাচীন পথ বহুজনৰ হিতৰ অৰ্থে, বহুজনৰ সুখৰ কাৰণে নতুনকৈ মাথোন আবিষ্কাৰহে কৰিলে। বুদ্ধই নিজেই এটি উপমা দি এই কথাৰ ব্যাখ্যা কৰিছে—

"ধৰ, এজন মানুহে অৰণ্যত ভ্ৰমি ফুৰোঁতে ফুৰোঁতে এটি পুৰণি বাট দেখিলে। পুৰণি কালত এই বাটেদি মানুহে অহাযোৱা কৰিছিল। সেই মানুহজনে তেতিয়া সেই বাটেদি গৈ এখনি প্ৰাচীন চহৰ, এখনি পুৰণি ৰাজধানী আৰু বহু মানুহৰ বাসস্থান দেখিলে। সেই নগৰ আৰাম, উপবন, আৰু নানা পুখুৰী সংযুক্ত; প্ৰাকাৰেৰে বেষ্টিত। তেতিয়া সেই মানুহজনে ৰজা অথবা মন্ত্ৰীৰ ওচৰত উপস্থিত হৈ সকলো কথা বিৱৰি জনালে। তেতিয়া ৰজা আৰু মন্ত্ৰীয়ে সেই নগৰ উদ্ধাৰ কৰিলে; সময়ত সেই নৱ-আবিষ্কৃত নগৰ বহু-জনাকীৰ্ণ, সমৃদ্ধিসম্পন্ন আৰু বৰ্দ্ধিষ্ণু হৈ পৰিল।......সেইদৰে গৌতমেও পুৰণি পথ আবিষ্কাৰ কৰিছে। পুৰণি কালতে সম্যক সম্বুদ্ধ সকলে এই বাটতে বিচৰণ কৰিছিল।" (সংযুক্ত নিকায়)

আজিৰ ভাৰতে পুনৰ এই পুৰণি পথ আবিষ্কাৰ কৰি পৃথিৱীক দেখুৱাবৰ প্ৰয়োজন হৈছে। আজিৰ জগতে অন্তৰৰ শান্তিতকৈ বাহিৰৰ সুখ-স্বচ্ছন্দতাৰ পিছত অধিক লৰিছে। সেইহে আজিৰ জগত অশান্ত। এই অশান্ত জগতক বুদ্ধদেৱ বাৰানসীৰপৰা উৰুৱেলালৈ যোৱাৰ বাটত ঘটা এটি ঘটনাৰ কথা মনত পেলাই দিব পাৰি। উৰুৱেলাৰ পথত তথাগতই নিজৰ পত্নীক লগত লৈ



বনভোজৰ আনন্দ কৰি ফুৰা এজাক ডেকাক লগ পালে। তেওঁলোকৰ মাজত এজন অবিবাহিত; তেওঁ লৈ আহিছিল তেওঁৰ দয়িতাক। কিন্তু দয়িতাই ডেকা কেইজনমানৰ বস্তু-বাহানি লৈ যেনিবা পলাল। পলাতকাক বিচাৰি ফুৰোঁতে ডেকাজাকে বুদ্ধক লগ পাই সুধিলে, এনে তেনে ধৰণৰ এজনী মানুহ লগ পাইছিলনেকি? বুদ্ধদেৱে ক'লে, সেই মানুহজনী বিচৰাতকৈ ডেকা সকলে বিচাৰিব লাগে নিজক—অত্তানং গৱেসেয্যাথ।

বৌদ্ধ দৰ্শনৰ মূলতে চাৰি আৰ্য্যসত্য—চত্বাৰি আৰ্য্যসত্যানি—দুঃখ, দুঃখসমুদয়, দুঃনিৰোধ, দুঃখনিৰোধৰ উপায়। এই চাৰি সত্য স্থিৰ কৰাই বুদ্ধৰ নতুন ধৰ্ম্মৰ প্ৰধান উদ্দেশ্য হ'ল। দুঃখ আঠ প্ৰকাৰ—জন্ম, ব্যাধি, জৰা, মৰণ, প্ৰিয়-বিপ্ৰয়োগ, অপ্ৰিয়-সম্প্ৰয়োগ, ঈপ্সিত বস্তুৰ অলাভ আৰু পঞ্চ উপাদান বা ইন্দ্ৰিয়ৰ গ্ৰাহ্য বস্তু। দুঃখৰ মূল নিৰ্দ্দেশ কৰিবলৈ গৈ বুদ্ধদেৱে পটিচ্চ-সমুপ্পাদ (the chain of dependant causation) ৰূপত কিছুমান কাৰ্য্য-কাৰণৰ পৰম্পৰা নিৰ্ণয় কৰিছে—"এইটো এনে হ'লে, সেইটো তেনে হ'ব"—অস্মিন্ সতীদং ভৱতি, অস্যোৎপাদাৎ ইদমুৎপদ্যতে। এয়ে প্ৰতীত্যসমুৎপাদ। এইদৰে কাৰ্য্য-কাৰণৰ লানি ঠিক কৰি বুদ্ধদেৱে দুঃখহেতু নিৰোধৰ উপায় উলিয়াইছে নিৰ্ব্বাণ—"নিৰ্ব্বাণ মুক্তিৰ আধাৰ। কিন্তু ভিক্খুসকল, তোমালোকে যদি সোধা, নিৰ্ব্বাণৰ আধাৰ কি? এই প্ৰশ্ন সমিধান সীমাৰ বাহিৰ হ'ব। ব্ৰহ্মচৰ্য্যা নিৰ্ব্বাণত নিমজ্জনৰ বাবে, নিৰ্ব্বাণত লিপ্ত হ'বৰ বাবে।"

ব্ৰাহ্মণ্য ধৰ্ম্মৰ সাহিত্যৰ দৰেই বৌদ্ধ সাহিত্য এক বিৰাট জলধি। যিসকলে "স্নান পান আচমন কৰোহো ৰমণ তাত" কৰিছে, তেওঁলোকে তাৰ গভীৰ আনন্দৰ সোৱাদ পাহৰিব পৰা নাই। জগত জোৰা বৌদ্ধ সাহিত্যৰ নানা শাখা, প্ৰশাখা—সিংহল, চট্টগ্ৰাম, ব্ৰহ্ম, শ্যাম, কাম্বোডিয়াৰ থেৰবাদী পালি সাহিত্য;

তিব্বত, ভুটান, চিকিমৰ মহাযানী, বজ্রযানী আদি তিব্বতী সাহিত্য; চীন, কোৰিয়া, জাপান আৰু আনামৰ চীনা বৌদ্ধ সাহিত্য; নেপালৰ বৌদ্ধ সাহিত্য; মঙ্গোলীয় বৌদ্ধ সাহিত্য; মধ্য-এচিয়াৰ বৌদ্ধ সাহিত্য।

বৌদ্ধ সাহিত্য মাত্রেই আদিৰেপৰাই পালি সাহিত্য বুলি বহুতৰ ধাৰণা এটা আছে। পালি ভাষা কোশল আৰু মগধৰ প্ৰাচীন ভাষা। পালি ভাষাৰ ত্ৰিপিটক থেৰবাদীসকলৰ শাস্ত্ৰ। উত্তৰ-পশ্চিম ভাৰতৰ প্ৰচলিত প্ৰাচীন প্ৰাকৃত ভাষাত ধৰ্ম্মপদৰ যি সংস্কৰণ পোৱা গৈছে, সি ধৰ্ম্মগুপ্তহঁতৰ সম্পদ বুলি অনুমান কৰা হৈছে। সৰ্ব্বাস্তিবাদ আৰু মূল-সৰ্ব্বাস্তিবাদৰ ত্ৰিপিটক আছিল সংস্কৃত ভাষাত। ডক্টৰ প্ৰবোধচন্দ্ৰ বাগচীৰ কথাত, "হীনযানৰ দহটা সম্প্ৰদায়ৰ ভিতৰত থেৰবাদৰ ধৰ্ম্মশাস্ত্ৰ পালিত আৰু বাকী নটা সম্প্ৰদায়ৰ শাস্ত্ৰ আংশিকভাৱে খণ্ডিত সংস্কৃত বা প্ৰাকৃত পুথিত, আংশিকভাৱে তিব্বতী আৰু মঙ্গোলীয় অনুবাদত, আৰু সম্পূৰ্ণভাৱে চীনা অনুবাদত পোৱা যায়। চীনা ভাঁড়ালত প্ৰায় পাঁচ হাজাৰ পুথি আছে।" আজি নতুন ভাৰতত এই বিৰাট বৌদ্ধ সাহিত্যৰ চৰ্চ্চাৰ উত্তৰোত্তৰ বৃদ্ধি হ'ব, এই ভাৰসা কৰিব পাৰি।

পঁচিশ শ বছৰীয়া বৌদ্ধ জয়ন্তী উপলক্ষে অসম চৰকাৰ শিক্ষা দপ্তৰে বৌদ্ধধৰ্ম্ম আৰু সাহিত্য বিষয়ক এখনি অক্ত-গ্ৰন্থ প্ৰকাশ কৰা সমীচীন হ'ব বুলি ভাবি বৰ্ত্তমান কামত ধৰা হয়। তিনিজন কৃতবিদ্য লোকে তেখেতসকলৰ গণা কালৰ চোতে খৰ মাৰি লৰালৰিকৈ তিনিটি প্ৰবন্ধ যুগুত কৰি দিছে; ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱাদেৱে পুথিখনি সম্পাদনা কৰিছে; আৰু মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই তেখেতৰ দুটি ভাষণ ইয়াত সন্নিৱেশ কৰিবলৈ অনুমতি দিছে। এইসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল।

ইতি

শ্বিলং
২ অক্টোবৰ, ১৯৫৬

**শ্ৰীঅমিয়কুমাৰ দাস**

# ভূমিকা

অসমৰ মুখ্যমন্ত্ৰী

**শ্ৰীবিষ্ণুৰাম মেধি**

## BUDDHA JAYANTI CELEBRATIONS

Speech delivered by Shri Bishnuram Medhi, Chief Minister of Assam, on the occasion of the Buddha Jayanti Celebration at the Buddhist Temple, Shillong, on the 24th May, 1956.

On this auspicious occasion, when the two thousand five hundredth Jayanti of Lord Buddha is observed, I offer you my sincere thanks for giving me this opportunity to pay my homage to Gotama the Buddha, the apostle of love and non-violence. I on behalf of the people of Assam and myself, pay my humble homage to the memory of one of the greatest sons of India, who dedicated his life for elimination of sufferings of mankind and whose teachings illuminated almost the entire world. One of the greatest seers of the world, Gotama the Buddha kindled a flame in this world which helped mankind to realise its own divinity. It helped in spreading far and wide his immortal message of love, peace and tolerance. Although Buddhism took its birth on Indian soil, yet India ceased to be a Buddhist country from the eleventh century A.D. But nonetheless the essence of Buddhism got mixed up and absorbed in the Hindu way of life. This year Buddhism completes its twentyfive long centuries and all Buddhist countries of Asia and of the West are celebrating the Buddha Jayanti on the 24th May, the birth-day of the Lord, for paying homage to the Enlightened. It is indeed a solemn occasion for all those who believe in the supremacy of the virtue over vice, in the supremacy of the human spirit over mundane things. It was in India that this spiritual giant, the saviour of mankind was born in the sixth century B.C. and attained the supreme spiritual knowledge after a long period of penance. The people of India have, therefore, rightly lined up with the Buddhist countries of the world and are celebrating Buddha Jayanti throughout the country.

India was the home-land of the divine founder of Buddhism and the scene of its many-sided early developments. Gotama

the Buddha was born in the royal family of Kapilavastu 2,500 years ago. That was a period of religious unrest when sacrifices and elaborate ceremonies were the order of the day. The indiscriminate slaughter of animals for the gratification of the gods and goddesses led the people to seek for a different path for the attainment of salvation. It was at this period of unrest and confusion that Gotama the Buddha came to the world and preached tenets which did not agree with the orthodox cult of Hinduism. But he was not hostile to the Vedic religion. Disgusted at the earthly pleasures, pomp and grandeur of the palace, Gotama left his wife and son and sacrificed everything in order to find out a remedy for the ills of the suffering humanity. He practised stern austerities by resorting to the severest penance and ultimately attained the truth.

Buddhism met with some amount of success only in the beginning. It was during the Maurya period of Indian history that Buddhism emerged as a distinct religion and with the patronage of Emperor Asoka, it established itself as a world religion. In its history of 2,500 years, Buddhism has been one of the greatest civilising forces the world has ever known. Lord Buddha is still worshipped in many countries like Nepal, Ceylon, Burma, Thailand, Indo-China, Malaya, Japan, Indonesia, Tibet, China, Central Asia and even Swedish Lapland. Although Buddhism declined in India, the land of the birth of Gotama the Buddha, the mark of Gotama's sublime teachings left trace on the life and thought of India and time has not been able to efface it. The eight-fold path of Buddhism as preached by the Lord consists of right belief, right thought, right action, right speech, right means of livelihood, right exertion, Right remembrance and Right meditation. This eight-fold path is also known as the Middle Path following which one can attain salvation or Nirvana which means a tranquil state of mind in which all cravings and desires for earthly things are non-existent. The Lord wanted his disciples to aim at purity in word, deed and thought, and laid the greatest emphasis on the moral principles such as truthfulness, honesty, non-violence, respect for animal life, etc. To Lord Buddha "Ahimsa" or non-violence was the most important factor in any religion.

Since the dawn of independence in India, Buddhism has



ব্ৰহ্মদেশত বুদ্ধপূজা



থাইদেশৰ বুদ্ধমূৰ্ত্তি



ব্ৰহ্মদেশৰ বুদ্ধমূৰ্ত্তি পূজা



become, as if, a part of the new nationalism of free India. It was significant enough that India won her battle for freedom through non-violence—a novel way unknown in the annals of the world. Soon after independence, India turned for emblems to represent the new upsurge of life to the remote Buddhist period and placed on her national flag the Asoka-chakra and in her State insignia the Asokan lion-capital. India today seems more and more inclined to the teachings of Lord Buddha. In the Panch-shila of the Buddhist ethics India finds the key to the international peace and is bent upon building up a welfare State today as the great Buddhist emperor Asoka had conceived many centuries ago.

The Buddhist thinkers and philosophers, Buddhist artists in stone and paint, Buddhist preachers and administrators,—all have made significant contributions to Indian culture and civilisation. Buddhism has inspired much of the great arts of India, nay, of Asia. The glorious art of the Gupta period in India, the literature and art in Japan, Burma, Ceylon, Tibet and Indonesia are greatly influenced by the Buddhist faith.

Gotama the Buddha stands out before us more as a great Teacher than as a mere conceptual figure of theology. His great intellect and wisdom gave him the power to conceive of the highest truth ; his kind heart melted away at the sorrow of the suffering humanity. His message of love and non-violence won for him thousands of devoted disciples who carried his message far and wide. His profound ethical concepts,—tolerance, non-violence, respect for life, love for animals and nature, and belief in fundamental spiritual qualities of all human beings, remained and still remain ever true. The Lord's immortal message of love and peace has become more radiant with the passage of time and it shines today as a beacon light showing the right way to the earring humanity. It is significant that it is only Buddhism which faced and solved the problem of evil and suffering. Buddhism goes deep into the cause of man's sufferings and finds that by putting an end to desire man will overcome his trials and tribulations.

Lord Buddha represents an epoch in history, and his message ever remains true for all time to come. The Lord stressed on individual efforts towards individual enlightenment.

As a great spiritual force Buddhism influenced the trend of life in the modern world.

It needs no reiteration that there is special significance in this joyous 2,500th anniversary of Buddha Jayanti Celebration to honour the great, noble, and illustrious son of India, Gotama the Buddha, who was the product of our country and the finest flower that grew out of Indian soil and spread fragrance of knowledge and illumined the world. He has been rightly called "the Light of Asia." On this auspicious occasion, India has got an opportunity of strengthening the ties of fraternal relationship with the people of the world, particularly with our neighbouring countries in the South-West Asia, where Lord Buddha is still adored. I take this opportunity, on this auspicious occasion, to focus our attention to the noble tenets and teachings and the inspiring message of love, tolerance and compassion for guiding us in the solution of our internal as well as international problems. May his message of love, tolerance and compassion guide us in our day-to-day life and in solution of all our problems!

The world is at cross-roads today. It is torn by jealousy and hatred. The very civilization of mankind is threatened by atom and hydrogen bombs. India, true to her ideal of truth, love and non-violence, and wedded to the policy of preserving international peace and security, upholds the five principles of co-existence for solution of international problems. From this point of view, celebration of Buddha Jayanti has a great significance for us, as it reminds us of his teachings of love, tolerance, and non-violence, which form the basis of our actions by pursuing which we can avoid conflicts both in the internal and international fields and establish peace in this world faced by increasing tensions and terrible weapons of destruction. Lord Buddha taught mankind that by pure action and by selfless service to our fellow beings, we can attain the realization of our unity with God which is the remedy of all ills. The world of today which is pre-occupied with the thoughts of discovering deadly weapons will do better to turn to the Lord's message of love, peace and tolerance. The immortal message of Lord Buddha is the only answer to the challenge of a global atomic war which threatens the very existence of the human race.



I do not like to take more of your valuable time. I hope and trust, all of you will be inspired by the noble ideals of Lord Buddha, the apostle of love and peace, and devote yourselves fully to the service of mankind. I earnestly appeal to you all on this solemn occasion of Buddha Jayanti to dedicate yourselves in the service of humanity at large.

*Jai Hind*



# বুদ্ধ জয়ন্তী উৎসৱ

গুৱাহাটীত শিলা-স্তম্ভৰ ভেটি-স্থাপন উপলক্ষে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিয়ে ২৩ মে, ১৯৫৬-ত দিয়া ভাষণ।

সমৱেত সুধীবৃন্দ,

দুহেজাৰ পাঁচ শ বছৰৰ আগতে লুম্বিনী বননিৰ বিশাল শাল বৃক্ষৰ তলত বহাগ মাহৰ পূৰ্ণিমাৰ দিনা শান্তি আৰু অহিংসাৰ বাণী প্ৰচাৰ কৰি জগতৰপৰা দুখ-দৈন্য নিৰাকৰণ কৰিবলৈ গৌতম সিদ্ধাৰ্থৰ আৱিৰ্ভাব হয়। হেজাৰ হেজাৰ বছৰ অতীত হৈ গল, কিন্তু গৌতম বুদ্ধৰ মহিমা ম্লান হোৱা নাই। আন ফালে, কালৰ সোঁতে তেওঁৰ কীৰ্ত্তি উজ্জ্বলতৰ কৰিহে তুলিছে।

ঐশ্বৰ্য্য আৰু বিলাসৰ মাজত জন্ম গ্ৰহণ কৰি, ক্ষত্ৰিয়-সুলভ বৃত্তিসমূহ অনুকৰণ কৰিও, গৌতমে বিচাৰি ললে ত্যাগৰ পথ। ত্যাগৰ মাজেৰেই তেওঁ জীৱনৰ চৰম সাৰ্থকতা উপলব্ধি কৰিলে। ৰাজ-সিংহাসন, প্ৰিয়তমা পত্নী, একোৱেই গৌতমৰ দৃঢ়তা লৰচৰ কৰিব নোৱাৰিলে। নিপীড়িত মানৱতাৰ কল্যাণৰ অৰ্থে তেওঁ জনগণৰ সেৱাত নিজকে নিয়োজিত কৰিলে। কৰ্ত্তব্য কামত সিদ্ধি লাভ কৰিবৰ অৰ্থে কৃচ্ছ্ৰসাধনাত ব্ৰতী হ'ল। সুদীৰ্ঘ ছ-বছৰ কাল কঠিন পৰিশ্ৰম, ধ্যান আৰু আত্ম-সংযমৰ পিচত বহাগ মাহৰ পূৰ্ণিমাৰ দিনা বুদ্ধগয়াত বিশাল অশ্বত্থ বৃক্ষৰ তলত চৰম সত্য লাভ কৰে। তেতিয়াৰেপৰা তেওঁ ভগৱান বুদ্ধ বুলি পৰিচিত হয়।



ভগবান বুদ্ধই জাতি-বৰ্ণ-নিৰ্ব্বিশেষে মনুষ্য জাতিৰ মঙ্গলৰ অৰ্থে যি বাণী প্ৰচাৰ কৰিলে, তাক অনুসৰণ কৰি ধনী-দুখীয়া, উচ্চ-নীচ, সকলোৱে প্ৰেম আৰু সেৱাৰ অনুপ্ৰেৰণাত উদ্বুদ্ধ হ'ল। তেওঁৰ শিক্ষা আৰু সহজ সৰল জীৱন-যাপন-পদ্ধতিয়ে মানুহক দৈহিক বন্ধন আৰু পাৰ্থিৱ মোহৰপৰা মুক্তি পাবৰ নিমিত্তে এটা নতুন পথ দেখুৱাই দিলে। তেওঁৰ পঞ্চশীল, অৰ্থাৎ মৌলিক সজ আচৰণবিলাক প্ৰতিজন লোকে পালন কৰিলে দুৰ্দ্দশা-জৰ্জ্জৰিত পৃথিৱীৰপৰা সকলো অসততা দূৰ হব আৰু মানৱ জাতিৰ কল্যাণ হব।

বুদ্ধদেৱৰ প্ৰচাৰিত মতৰ দাৰ্শনিক ব্যাখ্যা, পঞ্চশীল নাইবা অষ্টশীলৰ আলোচনা ইয়াত কৰাটো মই প্ৰয়োজন বোধ নকৰোঁ। তেনে আলোচনাৰ প্ৰকৃষ্ট ঠাই ইয়াত নহয়। ৪৫ বছৰ ধৰি বাণী প্ৰচাৰ কৰাৰ পিছত তথাগত বুদ্ধই ৮০ বছৰ বয়সত যিদিনা নশ্বৰ দেহা ত্যাগ কৰে, সেইদিনাও বহাগ মাহৰ পূৰ্ণিমা তিথি আছিল। বহাগী পূৰ্ণিমাত ভগৱান বুদ্ধই জন্ম লাভ কৰে, চৰম সত্য লাভ কৰে আৰু তেওঁৰ মহা পৰিনিৰ্ব্বাণ প্ৰাপ্তি হয়; গতিকে এই দিনটো সমগ্ৰ বিশ্বৰ কাৰণে এটা বিশেষ শুভ দিন।

আজি বিশ্ব জুৰি তথাগতৰ পঁচিশ শ বছৰীয়া জয়ন্তী তিথি পালন কৰা হৈছে। ভগৱান বুদ্ধৰ প্ৰতি, তেওঁৰ প্ৰচাৰিত কল্যাণকৰ বাণীৰ প্ৰতি কৃতজ্ঞ মানৱ-সমাজে শ্ৰদ্ধা জনাইছে আৰু জগতত শান্তি প্ৰতিষ্ঠাৰ কাৰণে, সকলোৰে মাজত ভ্ৰাতৃ-প্ৰেম স্থাপনৰ বাবে মানৱ জাতিৰ সেৱাত যাতে আত্মনিয়োগ কৰিব পৰা হয়, তাৰ বাবে প্ৰাৰ্থনা জনাইছে। ঠিক একে উদ্দেশ্যেৰেই অনুপ্ৰাণিত হৈ আমি ইয়াত গোট খাইছো। মঙ্গলময় পথ-প্ৰদৰ্শকসকলৰ ভিতৰত অন্যতম গৌতম বুদ্ধই পৃথিৱীত যি পোহৰ বিলালে, তাৰ জ্যোতিত জ্যোতিষ্মান হৈ মানুহে নিজৰ ভিতৰত ঈশ্বৰৰ উপলব্ধি কৰিলে। তেওঁৰ প্ৰেম, শান্তি আৰু সহিষ্ণুতাৰ

বাণী দেশে বিদেশে বিয়পি পৰিল। এই বছৰত বৌদ্ধ ধৰ্ম্মৰ পঁচিশটা শতাব্দী সম্পূৰ্ণ হৈছে আৰু প্ৰাচ্য আৰু পাশ্চাত্যৰ বৌদ্ধ ধৰ্ম্মাৱলম্বী দেশবোৰে ভগৱান বুদ্ধৰ জয়ন্তী পালন কৰিছে। ভাৰতেও বিশ্বৰ সকলো বৌদ্ধ ধৰ্ম্মাৱলম্বী দেশৰ লগত একগোট হৈ বুদ্ধ জয়ন্তী পালন কৰি ধন্য মানিছে। বহুতো দেশত যেনে, নেপাল, সিংহল, ব্ৰহ্মদেশ, থাইলেণ্ড, ইন্দোচীনা, মালয়, জাপান, ইন্দোনেছিয়া, তিব্বত, চীন আৰু মধ্য এচিয়াত ভগৱান বুদ্ধক পূজা কৰা হয়। গৌতম বুদ্ধৰ জন্মস্থান ভাৰতত এতিয়া বৌদ্ধধৰ্ম্মৰ প্ৰাধান্য কমিলেও ভাৰতবাসীৰ জীৱন আৰু ভাৱধাৰাত গৌতম বুদ্ধৰ প্ৰচাৰিত শান্তি আৰু সাম্যৰ বাণী বিলুপ্ত হোৱা নাই।

ভাৰতে স্বাধীনতা লাভ কৰাৰে পৰা বুদ্ধৰ বচনাৱলী স্বাধীন ভাৰতৰ নতুন জাতীয়তাবাদৰ এটা অংশ-স্বৰূপ হৈ পৰিছে। ভাৰতে অহিংসাৰ যোগেদি স্বাধীনতা সংগ্ৰামত জয়লাভ কৰাটো এটা তাৎপৰ্য্যপূৰ্ণ কথা,—যি কথা পৃথিৱীৰ আন কোনো দেশৰেই বুৰঞ্জীত নাই। স্বাধীনতা লাভ কৰাৰ পিছতে ভাৰতে নতুন জীৱন এটা প্ৰতিফলিত কৰিবলৈ বিচাৰিলে অতীতৰ বৌদ্ধ যুগৰ চিহ্নৰ দ্বাৰা আৰু সেইমতে ভাৰতৰ জাতীয় পতাকাত শোভা পাইছে অশোক-চক্ৰই আৰু ৰাজ্যিক প্ৰতীক হ'ল সিংহ-মূৰ্ত্তি। বৰ্তমান ভাৰতে ভগৱান বুদ্ধৰ বাণীৰ প্ৰতি ঢাল লোৱা যেন দেখা গৈছে। বৌদ্ধ ধৰ্ম্মশাস্ত্ৰৰ পঞ্চশীলত ভাৰতে আন্তৰ্জ্জাতিক শান্তি প্ৰতিষ্ঠাৰ বাট বিচাৰি পাইছে আৰু বৌদ্ধ ধৰ্ম্মত দীক্ষা লাভ কৰা অশোকৰ আদৰ্শ গ্ৰহণ কৰি মঙ্গল-বিধায়ক ৰাষ্ট্ৰ গঢ়ি তোলাৰ প্ৰয়াস কৰিছে।

বৌদ্ধধৰ্ম্মৰ বিশ্বাসযোগ্য অভিলেখমতে বুদ্ধই দেহ ত্যাগ কৰা ঠাই কুশীনগৰ হৈছে উত্তৰ প্ৰদেশৰ গোৰখপুৰ জিলাত। কিন্তু তিব্বতী আৰু ভুটীয়া অভিলেখমতে এই পুণ্য স্থান হৈছে অসমত। সপ্তদশ শতাব্দীৰ তিব্বতীয় পণ্ডিত লামা তাৰানাথে উল্লেখ



কৰিছে যে বুদ্ধৰ দেহত্যাগৰ স্থান অসম। তিব্বতীয় অভিধানৰ গ্ৰন্থকাৰ জাছেকিয়ে লিখিছে যে পশ্চিম অসমৰ চহৰ এখনত বুদ্ধই দেহ ত্যাগ কৰে। এইটো সঁচা যে, মনত নপৰা দিনৰে-পৰা, তিব্বত আৰু ভুটানৰ বৌদ্ধসকলে হাজোৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰ তেওঁলোকৰ বৌদ্ধ মন্দিৰ বুলি দৰ্শন কৰিবলৈ আহে। হাজোৰ মন্দিৰৰ সম্মুখত থকা পুখুৰীটো বৌদ্ধসকলে পৱিত্ৰ পানীৰ কুণ্ড বুলি কয়। বুদ্ধদেৱে নিজে এই পুখুৰীটো খান্দি উলিওৱাত সহায় কৰিছিল বুলি প্ৰৱাদ আছে। এইটো খান্দোতে প্ৰকাণ্ড শিলৰ বাটি এটা ওলাইছিল। এইটো এতিয়া কেদাৰ মন্দিৰলৈ যোৱা বাটত আছে।

ঐতিহাসিক সত্যতা যিয়েই নহওক কিয়, সকলোৰে ধৰ্ম্ম-বিশ্বাসক সকলোৱে সন্মান দেখুৱা উচিত। এইটো বৰ সুখৰ কথা যে কেইবা শতাব্দী ধৰি হিন্দু আৰু বৌদ্ধসকলে তেওঁলোকৰ নিজৰ নিজৰ ধৰ্ম্মৰ নীতি-নিয়ম, উৎসৱাদি একেজন বিগ্ৰহৰ সন্মুখত একেটা মন্দিৰতে কোনো অসুবিধা নোহোৱাকৈ পালন কৰি আহিছে। নাম, আদৰ্শ আৰু ৰীতি-নীতি বেলেগ হব পাৰে, কিন্তু সকলোৰে শেষ লক্ষ্য একেটা। এইটো বৰ গৌৰৱৰ কথা যে এই মহৎ আদৰ্শ আমাৰ ৰাজ্যৰ হাজোত থকা মন্দিৰত অনুসৰণ কৰা হৈছে।

হিউয়েনচাঙৰ বিৱৰণীত পোৱা যায় ৰজা ভাস্কৰবৰ্ম্মাই সকলো ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা দেখুৱাইছিল আৰু ভক্তসকলে যাতে নিজ নিজ নীতি-নিয়মেৰে ধৰ্ম্মসেৱা কৰিব পাৰে তাৰ ব্যৱস্থা কৰি দিছিল। এই উদ্দেশ্যেই তেওঁ সম্ভৱতঃ ব্ৰহ্মপুত্ৰৰ দাঁতিত থকা শুক্ৰেশ্বৰ ঘাটৰ ওচৰত এটা শিলৰ ওপৰত বুদ্ধৰ প্ৰস্তৰ-মূৰ্ত্তি সাজিবৰ নিমিত্তে আদেশ দিছিল। এই মূৰ্ত্তিৰ নাম বুদ্ধ জনাৰ্দ্দন বুলি খ্যাত হয়।

হিংসা আৰু ঈৰ্ষা-জৰ্জ্জৰিত মানৱ জাতিৰ প্ৰধান অংশ এটা

আজি বিপথগামী হোৱা যেন দেখা গৈছে। মানৱ সভ্যতা আজি আণৱিক আৰু হাইড্ৰোজেন বোমাৰ সৰ্ব্বধ্বংসী শক্তিৰ দ্বাৰা আতঙ্কিত হৈছে। ভাৰত সদায় সত্য, অহিংসা আৰু প্ৰেমৰ নীতিত আস্থাৱান। আন্তৰ্জ্জাতিক সমস্যা-সমূহ সমাধান কৰি শান্তি আৰু নিৰাপত্তা স্থাপন কৰিবৰ উদ্দেশ্যে, ভাৰতে সহ-অৱস্থানৰ পঞ্চশীল নীতি জগতৰ আগত দাঙি ধৰিছে। সেই কাৰণে বুদ্ধ জয়ন্তী পালন আমাৰ কাৰণে আজি বৰ তাৎপৰ্য্যপূৰ্ণ কথা। এই জয়ন্তীৰ দ্বাৰায় প্ৰেম, সহিষ্ণুতা আৰু অহিংসাৰ আদৰ্শ সম্মুখত লৈ আমাৰ আন্তৰ্জ্জাতিক আৰু আভ্যন্তৰীণ ক্ষেত্ৰত উদ্ভৱ হোৱা ধ্বংস আৰু উত্তেজনাৰ ঠাইত শান্তি আৰু প্ৰেম স্থাপন কৰিব লাগিব।

আজিৰ এই বুদ্ধ জয়ন্তীৰ শুভদিনত গুৱাহাটী নগৰত অশোকৰ সিংহমূৰ্ত্তি আৰু ধৰ্ম্মচক্ৰেৰে শোভিত এটি যাউতিযুগীয়া স্তম্ভ স্থাপন কৰা হ'ল। মোৰ বিশ্বাস, যুগ যুগান্তৰ ধৰি এই স্তম্ভই দুখ-দৈন্য প্ৰপীড়িত মানৱক শান্তিৰ আৰু পোহৰৰ সন্ধান দিব। মই আজি মোৰ হৈ আৰু সদৌ অসমবাসীৰ হৈ গৌতম বুদ্ধৰ প্ৰতি এইফেৰা শ্ৰদ্ধাঞ্জলি আগ বঢ়াবলৈ সুযোগ দিয়া বাবে আপোনালোকৰ শলাগ লৈছোঁ।

জয় হিন্দ



ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুৱে নিজ আত্মজীৱনীত উল্লেখ কৰা অনুৰাধাপুৰৰ ( লঙ্কা ) প্ৰাচীন বুদ্ধ মূৰ্ত্তি।

প্ৰথম অধ্যায়

# গৌতম বুদ্ধ

## জীৱনী

মগধ ৰাজ্যত একনালা নামে এখন গাওঁ আছিল। সেই গাৱঁৰে কাশীভাৰদ্বাজ এজন খেতি-পথাৰ চলোৱা বামুণ। এদিনাখন তেওঁ পথাৰত খেতি-বাতি কৰি শস্য সিঁচি আছে। তেনেতে বুদ্ধই ভিক্ষা খুজি খুজি তেওঁৰ ওচৰ পালেহি। বামুণে কলে—"মই মাটি চহাওঁ আৰু কঠিয়া সিঁচোঁ, তেনে কৰিহে মোৰ খাবলৈ মিলে। বাৰু ভিক্ষু, তুমি জানা মাটি চহোৱা আৰু কঠিয়া সিঁচা? আৰু তেনেকৈ জানো খাবলৈ পোৱা?" বুদ্ধই তেতিয়া উত্তৰ দিলে বোলে তেওঁ তেনেবোৰ কাম কৰেতো। বামুণে সুধিলে—"আমি দেখোন গৌতম বুদ্ধৰ যুৱঁলীও দেখা নাই, নাঙলো নেদেখোঁ; নাঙলৰ ফালো দেখা নাই, লৰুও দেখা নাই আৰু হালোৱা গৰু হালো দেখিবলৈ পোৱা নাই।"

বুদ্ধই তেতিয়া এই বুলি উত্তৰ দিলে—"বিশ্বাসেই কঠিয়া, তপস্যাই বৰষুণ, জ্ঞান হৈছে যুৱঁলী আৰু নাঙল, নম্ৰতা ডিলামাৰি, মন হ'ল যুঁৱলীৰ জেঁটনি, একাগ্ৰতাই হ'ল—নাঙলৰ ফাল আৰু গৰু খেদা এচাৰি। কৰ্ম্ম আৰু বচনত সুৰক্ষিত হৈ, খোৱা-লোৱাত সংযতভাৱে সত্যৰূপী কোৰেৰে মই বন-জাবৰ কাটোঁ। কোমলতাই মোৰ শস্য-সৃষ্টি। পৰিশ্ৰম হ'ল মোৰ হালৰ গৰু; সেয়ে মোক শান্তিপূৰ্ণ অৱস্থালৈ টানি লৈ যায়; সেই অৱস্থাত কোনো অশান্তি নাথাকে। এই দৰেই খেতি-বাতি কৰোঁ; এই

খেতিৰ ফচল হৈছে অমৰত্ব। এনেদৰে হাল-কোৰেৰে খেতি কৰিলে মানুহে সকলো দুখ-যাতনাৰপৰা মুক্ত হব পাৰে।"

এই জনেই মহাপুৰুষ বুদ্ধদেৱ—যিজনে মানৱ হিয়াৰ পথাৰত ধৰ্ম্মৰ কঠিয়া সিঁচি জগতবাসীক জৰা, মৃত্যু, ব্যাধিৰপৰা ৰক্ষাৰ উপায় দেখুৱাই গৈছে। ই আজি প্ৰায় আঢ়ৈ হেজাৰ বছৰ আগৰ কথা। অথচ এই মহাপুৰুষৰ প্ৰচাৰিত ধৰ্ম্ম, দৰ্শন আৰু সমাজ ইমান সজীৱ।

ৰাজকোঁৱৰে ভিক্ষুৰ বেশ লোৱা দৃষ্টান্ত সিদ্ধাৰ্থ গৌতম বুদ্ধৰ জীৱনতে পোৱা যায়।

গিৰিৰাজ হিমালয় পৰ্ব্বতৰ নামনিত শাক্যসকলৰ ৰাজ্য। সেই ৰাজ্যৰ ৰাজধানী কপিলবস্তু। ধনে-ধানে সমৃদ্ধিশালী সেই ৰাজ্যত তেতিয়া ৰাজত্ব কৰিছিল—শুদ্ধোদন ৰজাই। শুদ্ধোদনৰ দুগৰাকী মহিষী—মায়া ( মহামায়া ) আৰু প্ৰজাপতি ( মহা-প্ৰজাপতি গৌতমী )। বৰকুঁৱৰী মায়াই সিদ্ধাৰ্থ গৌতমৰ ( বুদ্ধ ) জননী।

দ্বিতীয় অমৰাৱতীৰ লেখীয়া কপিলবস্তু নগৰত বৰ্ষা উৎসৱ মহাপয়োভৰেৰে আৰম্ভ হৈছে। আহাৰৰ পূৰ্ণিমা তিথিলৈ আৰু ছদিন আছে। মহাৰাণী মায়াই পৱিত্ৰ চিত্তেৰে ধুনীয়া সাজ-পাৰ পিন্ধি সেই উৎসৱ উপভোগ কৰিছে। পূৰ্ণিমাৰ দিনা মায়াদেৱীয়ে দোকমোকালিতে উঠি সুগন্ধি পানীত গা ধুই ললে। ব্ৰাহ্মণ-ভিক্ষুক প্ৰচুৰ পৰিমাণে দান দি মহাৰাণীয়ে ব্ৰত পালন কৰিলে। ৰাজশয্যাত শুই মহাৰাণীয়ে এটি আচৰিত সপোন দেখিলে—চাৰিজন দেৱদূত আহি মায়াদেৱীক হিমালয় পৰ্ব্বতৰ ওপৰৰ দিব্যভূমিলৈ লৈ গ'ল। অপেস্বৰাসকলে আহি মায়াদেৱীক সৰোবৰত গা-পা ধুৱাই স্বৰ্গীয় আভৰণ পিন্ধালে। স্বৰ্গীয় গন্ধ-পুষ্পৰ সৌৰভত মোহিত হৈ ৰাণীয়ে এখন দিব্য শয্যাত পূব শিতান কৰি শুলে। বুদ্ধত্ব অভিলাষী পুৰুষে ( বোধিসত্ত্ব ) শুকুলা হাতী



ৰূপে ওচৰ চাপি আহিল। মহাৰাণীক তিনিবাৰ প্ৰদক্ষিণ কৰি সেই শুকুলা হাতী ৰূপী বুদ্ধই তেওঁৰ গৰ্ভত থিত ললে।

পিছদিনা ৰাতিপুৱা মহাৰাণী মায়াই এই সপোনৰ কথা ৰজা শুদ্ধোদনক কৈছিল। ৰজা শুদ্ধোদনে তিনি কুৰি চাৰিজন ব্ৰাহ্মণক নিমন্ত্ৰণ কৰি আনি খুৱাই-ধুৱাই দান-দক্ষিণা দিলে আৰু সপোনৰ বৃত্তান্ত জনালে।

ব্ৰাহ্মণসকলে কলে—"মহাৰাজ, অধীৰ নহব। মহাৰাণীয়ে এটি ল'ৰা সন্তান গৰ্ভত ধাৰণ কৰিছে। এই ল'ৰাজন সংসাৰী হলে পৃথিৱীৰ ৰাজ-ৰাজেশ্বৰ হব আৰু সংসাৰী জীৱনৰ পৰা আঁতৰি গলে পৃথিৱীৰ পাপ-তাপ-নাশকাৰী বুদ্ধ হব।"



লুম্বিনীবনত বুদ্ধৰ জন্ম

এনেদৰে বোধিসত্ত্ব মহাৰাণীৰ গৰ্ভত চন্দ্ৰকলাৰ দৰে বাঢ়িবলৈ ধৰিলে। দহ মাহৰ পিছৰ কথা। মহাৰাণী মায়াই তেওঁৰ পিতৃ

ৰাজ্যৰ ৰাজধানী দেৱদহ নগৰলৈ যাবলৈ মন মেলিলে; অঙহী-বঙহী সকলক চাবৰ ইচ্ছা। যেনে কথা, তেনে কাম। সোণ-খটোৱা দোলাত উঠি মহাৰাণী কপিলবস্তুৰপৰা দেৱদহ অভিমুখে লগুৱা-লিগিৰী লৈ যাত্ৰা কৰিলে। [ 'জাতক' গ্ৰন্থৰ মতে। ]

দুয়ো নগৰৰ মাজতে শাল গছেৰে পৰিপূৰ্ণ মনোৰম লুম্বিনী উদ্যান। মহাৰাণীয়ে এই উদ্যানত জিৰণি ললে। বহাগমহীয়া প্ৰকৃতিৰ সেউজীয়া ৰূপে লুম্বিনী উদ্যান জাতিষ্কাৰ কৰি তুলিছিল। সিদিনা আছিল বহাগী পূৰ্ণিমা। মহাৰাণী মায়াৰপৰা গৌতম অনায়াসে উপজিল। নৱজাত শিশুৰ পোহৰত পৃথিৱী উজলি উঠিল। সৰগৰপৰা পুষ্প-বৃষ্টি হ'ল। সৰগৰ দেৱতা আৰু জগত-বাসীৰ মহা আনন্দৰ মাজত বুদ্ধই মানৱ-ৰূপ গ্ৰহণ কৰিলে।

সেই একে সময়তে সিদ্ধাৰ্থ গৌতমৰ ভাৱী পত্নী যশোধৰা ( ভদ্দকচ্চানা ), সিদ্ধাৰ্থ গৌতমৰ সাৰথি ছন্ন ( ছন্দক ), সিদ্ধাৰ্থ গৌতমৰ বাহন কণ্ঠক নামৰ অশ্ব, সিদ্ধাৰ্থ গৌতমে বুদ্ধত্ব লাভ কৰা ঠাইৰ বট-বৃক্ষ আদিৰো সৃষ্টি হ'ল।

মহাৰাণী মায়াৰ কোলাত শুৱনি শৰীৰ, উজ্জ্বল বৰণ আৰু কুমলীয়া ভৰিৰে নৱজাত শিশুয়ে শোভা কৰিলে। স্বৰ্গীয় সঙ্গীতৰ প্ৰতিধ্বনি উঠিল; পৃথিৱী কঁপিবলৈ ধৰিলে। দেৱৰাজ ইন্দ্ৰয়ো ( মহাব্ৰহ্ম ) এই শিশুটিক আলিঙ্গন কৰি আশীৰ্ব্বাদ দিলে।

এনেদৰে অলৌকিক আৰু আচৰিত আখ্যানেৰে বুদ্ধৰ জন্ম-বৃত্তান্ত জাতক, মহাবস্তু, ললিতবিস্তৰ আদি গ্ৰন্থত বহলাই বৰ্ণোৱা হৈছে।

মহাৰাজ শুদ্ধোদনে নৱজাত শিশুৰ মঙ্গলৰ মানসে দান-দক্ষিণা দিয়ে। পুত্ৰৰ ভৱিষ্যত অমঙ্গল আশঙ্কা কৰি বিচলিত মনে মহাৰাজ শুদ্ধোদনে ব্ৰাহ্মণসকলক সোধাত সকলোৱে তেওঁক আশ্বাস দিলে যে এই পুত্ৰজন মহামানৱ হব।



বুদ্ধৰ জন্মৰ কথা হিমালয়ত থকা মহৰ্ষি অসিতে ধ্যানৰ সহায়ত জানিব পাৰিলে। তেওঁ ৰাজপুত্ৰক চাবৰ কাৰণে শুদ্ধোদনৰ ওচৰ চাপিল। ৰজাই মহৰ্ষি অসিতক সেৱা-সম্ভাষণ জনালে। মহৰ্ষি অসিতে ৰাজপুত্ৰক চাবৰ ইচ্ছা প্ৰকাশ কৰাত শুদ্ধোদনে কোঁৱৰক আনি দেখুৱালে। মহৰ্ষিয়ে কোঁৱৰৰ গাত ভৱিষ্যৎ বুদ্ধত্ব দেখিবলৈ পালে। কিন্তু মহৰ্ষিয়ে জানিলে যে সেই বুদ্ধত্ব লাভৰ অৱস্থা তেওঁ নিজ চকুৰে চাব নোৱাৰিব। হৰ্ষ-বিষাদত মহৰ্ষিৰ চকুলো ওলাল। ৰজাই মহৰ্ষিৰ চকুৰ পানী দেখি অমঙ্গলৰ আশঙ্কাৰে প্ৰশ্ন কৰাত মহৰ্ষি অসিতে উত্তৰ দিলে—"এই শিশুৱে অজ্ঞান-অন্ধকাৰ আঁতৰাবৰ কাৰণে জগতত জন্ম গ্ৰহণ কৰিছে। এওঁ জগতক জৰা, ব্যাধি আৰু মৃত্যুৰ গৰাহৰপৰা মুক্ত কৰিব। এওঁ জগতৰ লোকসকলক নিৰ্ব্বাণ অভিমুখে লৈ যাব। হে মহাৰাজ, আপুনি এই পুত্ৰৰ কাৰণে অনাহকত শোক নকৰিব।"

শুদ্ধোদনে মহৰ্ষিৰ কথাত আশ্বস্ত হৈ পুত্ৰৰ জন্মোৎসৱ যথা-বিহিত পালন কৰিলে। পুত্ৰৰ নাম হ'ল—সিদ্ধাৰ্থ বা সিদ্ধাৰ্থসিদ্ধ। সিদ্ধাৰ্থৰ জন্মৰ সাত দিনৰ দিনা মহাৰাণী মায়া স্বৰ্গী হ'ল। সৰু ৰাণী প্ৰজাপতি ( মহাপ্ৰজাপতি গৌতমী ) আছিল মায়াদেৱীৰ আপোন ভনীয়েক। প্ৰজাপতিয়ে সিদ্ধাৰ্থক তুলি-তালি ডাঙৰ দীঘল কৰিলে। মহাপ্ৰজাপতি গৌতমীৰ পালিত বুলিয়ে সিদ্ধাৰ্থ, গৌতম নামেৰেও অভিহিত।

মহৰ্ষি অসিতে ধ্যানৰ বলত জানিলে যে তেওঁৰ ভনীয়েকৰ ল'ৰা নালক বুদ্ধত্ব লাভৰ সময়লৈকে জীয়াই থাকিব। গতিকে মহৰ্ষিয়ে নালকক সেই বতৰা দিলেগৈ যাতে নালকে ভগৱান বুদ্ধৰ ধৰ্ম্ম-নীতি অনুসৰণ কৰিবলৈ সক্ষম হয়। সেই মতে নালকে ভগৱান বুদ্ধক লগ ধৰিছিল আৰু ধৰ্ম্ম সম্বন্ধে প্ৰশ্ন সুধিছিল। কথিত আছে, নালকে বুদ্ধৰ লগত আলাপ-আলোচনাৰ পিছত হিমালয় পৰ্ব্বতলৈ উভতি যায়; নালকে অৰ্হত্ব লাভ কৰি পূৰ্ণ

নিৰ্ব্বাণ পায়। 'নালক-সুত্ত' নামৰ বৌদ্ধ ৰচনাত নালক-বুদ্ধ আলোচনা বৰ্ণিত হৈছে।

সিদ্ধাৰ্থ গৌতমৰ ( বুদ্ধ ) জন্মস্থান লুম্বিনী বৌদ্ধসকলৰ পৱিত্ৰ ভূমি। খ্ৰীষ্টপূৰ্ব্ব প্ৰায় আঢ়ৈ হেজাৰ বছৰ আগেয়ে বুদ্ধদেৱৰ জন্ম হৈছিল। মহাৰাজ অশোকে লুম্বিনীত স্তম্ভ সজাই এখন শিলা-লিপি খোদিত কৰি দিয়ে। সেই শিলালিপিত এই মৰ্ম্মে লিখা আছে:—"দেৱানাম্ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই তেওঁৰ ৰাজসিংহাসন আৰোহণৰ কুৰি বছৰৰ মূৰত বুদ্ধ শাক্যমুনিৰ জন্মস্থান এই ঠাই-লৈ নিজে আহি পূজা-উপাসনা কৰে। অশ্বৰ চিত্ৰ খোদিত এটি শিল আৰু এটি শিলাস্তম্ভ ভগৱান বুদ্ধৰ জন্মস্থান সূচাবলৈ ইয়াতে স্থাপন কৰা হয়।......"

সিদ্ধাৰ্থ গৌতমৰ শৈশৱ আৰু যৌৱনৰ বিভিন্ন কাৰ্য্য-কলাপ মহান্ প্ৰতিভাৰ পৰিচায়ক: প্ৰখৰ বুদ্ধি আৰু ঐকান্তিক আগ্ৰহৰ গুণত অতি কম কালতে তেওঁ বিদ্যাৰম্ভ আৰু পাৰদৰ্শী হৈ উঠিল। ধনুৰ্ব্বিদ্যা, অস্ত্ৰ-শস্ত্ৰ-পৰিচালনা, অশ্ব-চালনা আৰু বীৰোচিত সকলো বিদ্যাকে সিদ্ধাৰ্থই অসাধাৰণ শক্তিৰ বলত আয়ত্ত কৰি ললে। বিশ্বামিত্ৰ নামৰ শিক্ষাগুৰুৰ অধীনত সিদ্ধাৰ্থৰ বিদ্যাৰম্ভ কৰোৱা হয়। কিন্তু গুৰুতকৈও ছাত্ৰই এখোপ চৰা হৈ প্ৰতিভাৰ চিনাকি দিলে। চাওঁতে চাওঁতে ৰাজকোঁৱৰৰ যৌৱনৰ দুৱাৰদলিত উপনীত হ'ল। ধন-ঐশ্বৰ্য্য আৰু বিলাসেৰে পৰিপূৰ্ণ ৰাজপ্ৰাসাদত মহাৰাজ শুদ্ধোদনে ৰাজকোঁৱৰক বাহিৰৰ পৃথিৱীৰ শোক-তাপ আৰু ভেদাভেদৰ আভাস নোপোৱাকৈ ৰাখিলে। গীত-বাদ্য-নৃত্যৰ সুমধুৰ সমন্বয়ত ভিন্ ভিন্ ঋতু উপযোগী বিচিত্ৰ আৱাসত ৰাজকোঁৱৰক লগুৱা-লিগিৰীৰে সুৰক্ষিত কৰি থোৱা হ'ল।

ইয়াৰ পিছতে আহিল—ৰাজকোঁৱৰৰ শুভ পৰিণয়ৰ আয়োজন। শাক্য বংশৰ দণ্ডপাণিৰ জীয়ৰী যশোধৰাকে ( গোপা নাইবা ভদ্দকচ্চানা ) ৰাজকোঁৱৰ সিদ্ধাৰ্থই মনেবছা কুঁৱৰী ৰূপে থিৰ



কৰিলে। কিছুমানৰ মতে, দণ্ডপাণিয়ে শুদ্ধোদনক জনাইছিল যে ৰাজকোঁৱৰে ধনু-কাঁড়, তৰোৱাল, অশ্ব-চালনা আদিত প্ৰতিদ্বন্দ্বীক হৰুৱাইহে যশোধৰাক বিয়া কৰাব পাৰিব। ধনু-কাঁড় মৰা, তৰোৱালৰ যুঁজ, মল্ল-যুদ্ধ আদিত পাৰদৰ্শী ৰাজকোঁৱৰে সকলো প্ৰতিযোগীকে পৰাজিত কৰি বীৰত্বৰ চিনাকি দিয়ে; আনন্দ-উৎসৱৰ মাজত সিদ্ধাৰ্থ আৰু যশোধৰাৰ বিয়া সম্পন্ন হয়। মহাৰাজ শুদ্ধোদনে ৰাজকোঁৱৰ যাতে গৃহত্যাগী সন্ন্যাসী নহৈ ৰাজচক্ৰৱৰ্ত্তী হব পাৰে, তাৰ কাৰণে সৰ্ব্বতোপ্ৰকাৰে আয়োজন কৰিছিল আৰু সতৰ্ক হৈছিল। নৃত্য-গীত, বিলাস-ভৱন আৰু ৰাজসিক আয়োজনৰ মাজত মহাৰাজ শুদ্ধোদনে ৰাজকোঁৱৰক বুৰাই ৰাখিছিল। বাহিৰৰ খলা-বমা পৃথিৱীৰ ভু ৰাজকোঁৱৰে নাপাইছিল।

পৰৱৰ্ত্তী কালত বুদ্ধদেৱে ভিক্ষুসকলৰ আগত তেওঁৰ ৰাজ-প্ৰাসাদৰ বিলাসী জীৱনৰ বিষয়ে এইদৰে বৰ্ণনা দিছিল:—

"মই বৰ আলসুৱা আছিলোঁ, হে ভিক্ষুসকল, মই একেবাৰে আলসুৱাই আছিলোঁ। মোৰ পিতৃৰ ৰাজপ্ৰাসাদত মোৰ কাৰণেই পদুম-পুখুৰী খনোৱা হৈছিল—এটাত নীলা পদুম, এটাত ৰঙা পদুম আৰু এটাত বগা পদুম ফুলিছিল। বাৰাণসীৰ চন্দন-কাঠ নহলে মোৰ নহৈছিল। মোৰ সাজপাৰ বসন-ভূষণো বাৰাণসীৰ কাপোৰেৰে তৈয়াৰী হৈছিল। দিনে-নিশাই মোৰ ওপৰত এটি শ্বেত ছত্ৰ আঁৰি থোৱা হৈছিল যাতে মোক গৰম-জাৰ, ধূলি-মাকটি বা নিয়ৰে স্পৰ্শ কৰিব নোৱাৰে।

"মোৰ কাৰণে তিনিটা বাসভৱন সজোৱা হৈছিল—এটি জাৰকালিৰ কাৰণে, এটি গ্ৰীষ্মকালৰ বাবে আৰু আনটো বাৰিষাৰ কাৰণে। নৰ্ত্তকী গায়িকাসকলৰ গীত-নাচৰ মাজত বুৰ গৈ মই প্ৰাসাদৰপৰা ওলাই অহা নাছিলোঁ। আন মানুহৰ ঘৰত লগুৱা-লিগিৰী আৰু বন্ধুৱাহঁতে তুঁহ-মিহলি খুদ-কণহে খাবলৈ পায়,

কিন্তু মোৰ পিতৃৰ বাসভৱনত লগুৱা-লিগিৰীহঁতেও মঙ্গহ-ভাত খাবলৈ পাইছিল।”

ওঠৰ বছৰ বয়সত সিদ্ধাৰ্থৰ যশোধৰাৰ লগত বিয়া হয়। ঊনত্ৰিশ বছৰ বয়সলৈকে তেওঁ এই সংসাৰ-বান্ধোনত থাকে। কিন্তু ৰাজপ্ৰাসাদৰ অৱৰোধ জীৱন তেওঁৰ ভাল নলগা হ'ল; বাহিৰৰ মুকলি পৃথিৱী চাবলৈ গৌতমৰ প্ৰাণ ব্যাকুল হ'ল। তেওঁ পিতৃদেৱৰপৰা ৰাজপ্ৰাসাদৰ বাহিৰলৈ যাবলৈ অনুমতি ললে। কিছুমানৰ মতে, ৰজা শুদ্ধোদনে সিদ্ধাৰ্থক ৰাজকাৰ্য্যৰপৰা আঁতৰত ৰখা বুলি ৰাইজৰ মনত অসন্তুষ্টি হোৱাত শুদ্ধোদনে ৰাজকোঁৱৰক বাহিৰৰ নগৰ চাবলৈ পঠিয়ালে।

নিৰ্জ্জন পালিত ৰাজকোঁৱৰক বহল পৃথিৱীয়ে আহ্বান জনালে, এয়া মহাজীৱনৰ আমন্ত্ৰণ। ৰজাৰ ৰাজদণ্ড, মনোৰমা পত্নীৰ স্নেহ-বন্ধন আৰু বিলাসৰ আৱেষ্টনে জানো মহাপুৰুষৰ মন টলাব পাৰে? ৰাজকোঁৱৰ সিদ্ধাৰ্থ গৌতমৰ অনুগত সাৰথি ছন্নই ৰথত তুলি ৰাজকোঁৱৰক বাহিৰৰ জগতখন দেখুৱালে।

সকলো যেন নিয়তিৰ নিৰ্দ্দেশ। ৰজা শুদ্ধোদনৰ তীব্ৰ সতৰ্কতা সত্ত্বেও ৰাজকোঁৱৰে এদিনাখন দেখিলে জৰাগ্ৰস্ত বুঢ়া মানুহ, এদিন দেখিলে ব্যাধিগ্ৰস্ত ৰুগীয়া মানুহ, এবাৰ দেখিলে মৃত মানুহ আৰু এবাৰ দেখিলে এজন সংসাৰ-বিৰাগী ভিক্ষু। সাৰথিৰপৰা এইবোৰৰ পৰিচয় পাই কোমলমতীয়া ৰাজকোঁৱৰৰ মনত সংসাৰ বিষবৃক্ষৰ পৰিণতিৰ চিন্তাই ঠাই পালে। সংসাৰ ত্যাগ কৰি ভিক্ষু হৈ জৰা-মৃত্যু, ব্যাধি-জন্মৰপৰা হাত সৰাৰ উপায় বিচাৰিবলৈ সিদ্ধাৰ্থ দৃঢ়-প্ৰতিজ্ঞ হ'ল।

ৰাজকোঁৱৰৰ নিমিত্ত-দৰ্শনবোৰৰ বিষয়ে বৌদ্ধ শাস্ত্ৰবোৰত দীঘলীয়া কাহিনী বৰ্ণোৱা আছে।

ইতিমধ্যে যশোধৰাৰ এটি পুত্ৰ সন্তান উপজিল। শুদ্ধোদনে সেই সুখৰ বতৰা ৰাজকোঁৱৰ সিদ্ধাৰ্থ গৌতমলৈ দূতৰ মুখে পঠিয়ালে।



ৰাজকোঁৱৰে এই বাতৰি শুনি কলে যে এটি বিঘিনিহে (ৰাহুল) উপজিল। দূতৰ মুখৰপৰা ৰাজকোঁৱৰৰ সেই কথাষাৰ শুনি শুদ্ধোদনে নাতি-ল'ৰাৰ নাম ৰাহুল ৰাখিলে। কিছুমানৰ মতে নৱজাত শিশুৰ ৰূপ আৰু আভা ৰাহুৰ দৰে থকা কাৰণেই সেই নাম থোৱা হৈছিল। ৰাহুলৰ জন্মই সিদ্ধাৰ্থক সংসাৰ এৰিবলৈ দৃঢ়মনাহে কৰিলে।

সিদ্ধাৰ্থৰ গৃহত্যাগৰ পটভূমিত আৰু এটি আখ্যান আছে। ৰথত উঠি ৰাজকোঁৱৰ সিদ্ধাৰ্থই কপিলবস্তু নগৰত ভ্ৰমণ কৰিছে। কিসা গৌতমী নামৰ ৰূপে-গুণে মনোৰমা ক্ষত্ৰিয় কুলৰ গাভৰু এগৰাকী সিদ্ধাৰ্থৰ সৌন্দৰ্য্য দেখি বিমোহিত হ'ল। ৰাজকোঁৱৰৰ দেখি কিসা গৌতমীয়ে এই বুলি কলে—“এনে পুত্ৰ যাৰ আছে সেই মাতৃ বাস্তৱতে পৰম সুখী, এনে পুত্ৰ যাৰ আছে সেই পিতৃও প্ৰকৃততে পৰম সুখী। এনে স্বামী যাৰ আছে সেই পত্নীও প্ৰকৃতপক্ষে পৰম সুখী।” এই মন্তব্য শুনি সিদ্ধাৰ্থই ভাবিলে—পিতৃ-মাতৃ আৰু পত্নীয়ে পৰম সুখ পাব পাৰে; কিন্তু মানুহৰ হিয়াই পৰম সুখ পায় ক'ত? যেতিয়া কামনাৰ জুই নুমাই যায়, মায়া-মোহৰ ফিৰিঙতি নোহোৱা হয়, অহঙ্কাৰ, গৌৰৱ, নিকাৰ আঁতৰি যায়, তেতিয়াহে মানৱ হিয়া সুখী হয়। এই গাভৰুগৰাকীয়ে ভাল শিক্ষা দিলে। সিদ্ধাৰ্থই নিজৰ বহুমূলীয়া কণ্ঠহাৰ এডাল সোলোকাই কিসা গৌতমীলৈ শিক্ষা-গুৰুৰ বানচৰূপে পঠিয়াই দিলে। কিন্তু কিসা গৌতমীয়ে সেই উপহাৰ পাই ভাবিলে, ৰাজকোঁৱৰে তেওঁৰ প্ৰণয়-সাগৰত বুৰ মাৰিছে। সিদ্ধাৰ্থ ৰাজপ্ৰাসাদলৈ উভতিল।

গায়িকা-নৰ্ত্তকীসকলে তেওঁক শয়ন-কক্ষত সম্ভাষণ জনালে। সিদ্ধাৰ্থৰ ভাল নালাগিল। অলপ পিছতে তেওঁৰ টোপনি আহিল। গায়িকা-নৰ্ত্তকীসকলেও ৰাজকোঁৱৰৰ নিদ্ৰা দেখি বাদ্য-যন্ত্ৰ দলিয়াই এনি-তেনি পৰি থাকিল। সাৰ পাই সিদ্ধাৰ্থই সেই দৃশ্য দেখি বিৰক্ত হ'ল। সেই নিশাই তেওঁ সংসাৰ-ত্যাগৰ সিদ্ধান্ত কৰিলে।

গভীৰ নিশা। কাৰো ক'তো সাৰ-সুৰ নাই। সকলো পালী-পহৰীয়া টোপনিৰ কোলাত। সিদ্ধাৰ্থ শোৱনী-কোঠাৰপৰা ওলাই আহিল। তেওঁ দুৱাৰ মুখত সাৰথি ছন্নক পাই ঘোঁৰা প্ৰস্তুত কৰিবলৈ কলে। প্ৰভুভক্ত ছন্নই কণ্ঠক নামৰ ঘোঁৰাটি জিন-লাগাম লগাই সাজু কৰিলে। সিদ্ধাৰ্থই প্ৰিয়তমা যশোধৰা, শিশু-পুত্ৰ ৰাহুলৰ স্নেহ-বান্ধোন সোলোকাই ৰাজকাৰেং ত্যাগ কৰিলে। যশোধৰা আৰু ৰাহুলক এৰি থৈ সিদ্ধাৰ্থই বুদ্ধত্ব লাভৰ কাৰণে ওলাই অহা দৃশ্য অতি করুণ আৰু মৰ্ম্মস্পৰ্শী। বিভিন্ন ধৰ্ম্মগ্ৰন্থ আৰু কাব্যত এই কাহিনীয়ে চকুৰ চল বোৱাইছে। এনেদৰে ভৰ যৌৱনত ৰাজকাৰেঙৰ সুখীয়া জীৱন ত্যাগ কৰা দৃষ্টান্ত পৃথিৱীৰ বুৰঞ্জীতে বিৰল।

সৰগৰ দেৱতায়ো যেন সিদ্ধাৰ্থৰ এই মহান্ যাত্ৰাপথত সঁহাৰি দিছিল। পখীৰাজ ঘোঁৰা কণ্ঠকৰ পিঠিত উঠি সাৰথি ছন্নেৰে সৈতে সিদ্ধাৰ্থ কাৰেঙৰপৰা ওলাল। কপিলবস্তুৰ সিংহদুৱাৰ মুকলি হৈয়ে আছিল।

সেই সময়তে প্ৰলোভক মাৰ নামৰ অনিষ্টকাৰী দেও এজন সিদ্ধাৰ্থৰ সমুখত ওলাল। শূন্যৰপৰা মাৰে কলে—"ৰাজকোঁৱৰ, আপুনি ৰাজ্যৰপৰা আঁতৰি নাযাব। আজিৰপৰা সাদিনৰ দিনা সাম্ৰাজ্যৰ ৰাজলক্ষ্মী আপোনাৰ সমুখত উপস্থিত হব। আপুনি চাৰিটা মহাদ্বীপ আৰু চৌপাশৰ দুশ সৰু দ্বীপৰ ওপৰত ৰাজত্ব কৰিব। গতিকে আপুনি উভতি যাওক।" সিদ্ধাৰ্থ মাৰৰ কথাত অমান্তি হ'ল। তেতিয়া মাৰে কলে—"এতিয়াৰপৰা আপোনাৰ কামনা, বাসনা আৰু নিষ্ঠুৰতাৰ ছিদ্ৰ বিচাৰিহে মই ফুৰিম।" বুদ্ধত্ব-অভিলাষী গৌতমৰ ছিদ্ৰ বিচাৰি মাৰে ছাঁৰ দৰে পিছে পিছে ঘূৰি ফুৰিবলৈ ধৰিলে।

আহাৰৰ পূৰ্ণিমাত গৌতমে সংসাৰ ত্যাগ কৰিলে। ওৰে নিশা ঘোঁৰাত উঠি গৈ দোকমোকালিতে অনোমা নদী পাৰ হৈ



সিদ্ধাৰ্থৰ গৃহ-ত্যাগ



ৰাহুলৰ পিতৃ-স্বাগতম্



ভাৰ্গৱ ঋষিৰ আশ্ৰম পালে। কণ্ঠকৰ পিঠিৰপৰা নামি সিদ্ধাৰ্থই ৰাজ-আভৰণ আৰু মণি-মুক্তা নিজৰ গাৰপৰা সোলোকাই ছন্নৰ হাতত দিলে। ছন্নৰ প্ৰভু-ভক্তিৰ শলাগ লৈ পিতৃদেৱতা শুদ্ধোদনলৈকে বতৰা পঠিয়ালে—তেওঁ যেন সিদ্ধাৰ্থৰ গৃহত্যাগৰ কাৰণে দুখ নকৰে। প্ৰভুৰ বিদায়ত অশ্বশ্ৰেষ্ঠ কণ্ঠকৰো চকু-পানী ওলাল—ছন্নৰতো কথাই নাই।- এই ঠাইতে পিছলৈকে ‘কণ্ঠক নিবৰ্ত্তন মন্দিৰ’ ( কণ্ঠকৰ প্ৰত্যাৱৰ্ত্তন অনুসৰি অভিহিত ) সজা হৈছিল।

ভিক্ষুৰ সাজ পৰিধান কৰি ৰাজকোঁৱৰে মূৰৰ দীঘল চুলিবোৰ চুটি চুটিকৈ কাটিলে। সত্যৰ অনুসন্ধানত সিদ্ধাৰ্থই গভীৰ অৰণ্য অভিমুখে আগ বাঢ়ি গ’ল।

ছন্ন আৰু কণ্ঠক ৰাজধানীলৈ উভতি আহিল। ৰাজকোঁৱৰক নেদেখি সকলো প্ৰজা ব্যাকুল হ’ল। চকুৰ পানীৰে সৰোবৰ ৰচি কুৱঁৰী যশোধৰাই ছন্নক আকুলভাৱে অভিযোগ কৰিলে—“হে ছন্ন, তুমি মোৰ স্বামীক ক’ত এৰি থৈ আহিলা ? তোমালোক তিনিজন গৈছিলা, কিন্তু দুজনহে উভতি আহিছা। তেওঁৰ বিৰহত ৰাজ-প্ৰাসাদ বিষাদে আৱৰি ধৰিছে। যেতিয়া নগৰীৰ সকলো মানুহে শুই আছিল, তেতিয়া তুমি চোৰৰ দৰে মোৰ স্বামীক অপহৰণ কৰি লৈ গৈছা।” ছন্নই হাতযোৰ কৰি জনালে যে সকলো ভগৱানৰ ইচ্ছা। যশোধৰাৰ বিলাপ বিননিয়ে গছৰ পাততো কঁপনি তুলিলে। যশোধৰা আৰু অন্যান্য নাৰী সকলৰ করুণ কান্দোন মহাৰাজ শুদ্ধোদনে শুনিবলৈ পালে। এই বাতৰি পাই ৰজা মূৰ্চ্ছিত হ’ল। ৰাণী প্ৰজাপতিও থিৰেৰে থাকিব নোৱাৰিলে।

ৰজা শুদ্ধোদনক ৰাজ্যৰ মন্ত্ৰী আৰু ৰাজ-পুৰোহিতে সান্ত্বনা দি মহৰ্ষি অসিতৰ ভৱিষ্যৎ-বাণী সোঁৱৰাই দিলে। ৰজাৰ আদেশক্ৰমে মন্ত্ৰী আৰু পুৰোহিতে ৰাজকোঁৱৰক বিচাৰি গ’ল। তেওঁলোকে

গৈ ভিক্ষুবেশী সিদ্ধাৰ্থ গৌতমক অৰণ্যত লগ ধৰিছিল। কিন্তু মন্ত্ৰী আৰু পুৰোহিতৰ পৰামৰ্শ আৰু অনুৰোধে সত্য পথৰ পথিক গৌতমৰ মন টলাব নোৱাৰিলে। সিদ্ধাৰ্থ গৌতমে দৃঢ় বাক্য শুনাই কলে ঃ "মই মোৰ উদ্দেশ্য সিদ্ধি নোহোৱাকৈ উভতি নাযাওঁ।"

গেৰুৱা বসন পিন্ধি ভিক্ষু গৌতমে কপিলবস্তুৰ পূবফালৰ ৰাজ্যবোৰৰ মাজেদি আগ বাঢ়ি গ'ল ঃ শাক্য, কোলিয় আৰু মল্ল-সকলে সেইবোৰ ৰাজ্যত ৰাজত্ব কৰিছিল। এইবোৰ পুৰণি ৰাজ্যৰ সবিশেষ বৰ্ণনা দিয়াটো সম্ভৱপৰ নহয় যদিও বৌদ্ধ শাস্ত্ৰত এইবোৰৰ উল্লেখ আছে। অনোমা নদী পাৰ হৈ গৌতমে অনুপিয় নামৰ আম্ৰকুঞ্জত এসপ্তাহ কাল বাস কৰে; তাৰ পিছত তেওঁ মগধৰাজ বিম্বিসাৰৰ ৰাজধানী ৰাজগৃহ পায়গৈ। ৰাজগৃহ পাঁচখন পৰ্ব্বতেৰে আগুৰা আছিল ঃ এই পৰ্ব্বত কেইখনৰ নাম ঋষিগিৰি ( ইসিগিলি ), বৈপুল্য ( বেপুল্ল ), বৈভাৰ ( বেভাৰ ), পাণ্ডৱ ( পণ্ডৱ ) আৰু গৃধ্ৰকূট ( গিজ্‌ঝকুট )।

ৰাজগৃহত ভিক্ষুবেশী গৌতমে ঘৰে ঘৰে ভিক্ষা কৰি ফুৰোঁতে ৰাজধানীৰ প্ৰজাই তেওঁৰ ৰূপ-গুণ আৰু অলৌকিক জ্যোতিত মুগ্ধ হ'ল। চৰিয়াৰ মুখে এই ডেকা ভিক্ষুজনৰ কথা মহাৰাজ বিম্বি-সাৰৰ কাণত পৰিল। ভিক্ষুৰ গতি-বিধি লক্ষ্য কৰি বিম্বিসাৰে জানিব পাৰিলে যে ভিক্ষুৱে খুজি-মাগি নি আহাৰৰ পিছত পৰ্ব্বতৰ ওপৰত জিৰণি লৈছে।

মহাৰাজ বিম্বিসাৰ গৈ ভিক্ষুবেশী সিদ্ধাৰ্থক সাক্ষাৎ কৰিলে। বিম্বিসাৰে ভিক্ষুৰ আচৰণত সন্তুষ্ট হৈ পৰিচয় সুধিলে। এনে বয়সত এইদৰে ৰাজ-ভোগ এৰি গেৰুৱা সাজ-পাৰ পিন্ধা কাৰণে মহাৰাজে আশ্চৰ্য্য প্ৰকাশ কৰি—সিদ্ধাৰ্থ গৌতমক নিজৰ ৰাজ্যৰ আধাভাগ দিবলৈ প্ৰস্তুত হ'ল। জীৱনৰ উদ্দেশ্য, ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ সম্বন্ধে মহাৰাজ বিম্বিসাৰে আলোচনা উত্থাপন কৰাত ভিক্ষু গৌতমে



বিনয়ভাৱে উত্তৰ দিলে—"মহাৰাজ, মই মোৰ ইন্দ্ৰিয় নাইবা ৰিপুবোৰৰ তৃপ্তিৰ কাৰণে একোকে নিবিচাৰোঁ; কিন্তু পৰম সত্য আৰু বুদ্ধত্ব লাভৰ নিমিত্তেহে মই সংসাৰ ত্যাগ কৰিছোঁ।"

বিম্বিসাৰে কলে—"যথাৰ্থতে তুমি বুদ্ধ হবা; কিন্তু তুমি যেতিয়া বুদ্ধ হবা, তুমি মোৰ ৰাজ্যলৈকে প্ৰথমে আহিবা।"

ভিক্ষু গৌতমে মহাৰাজ বিম্বিসাৰৰ এই আমন্ত্ৰণ গ্ৰহণ কৰিবলৈ সম্মতি দিলে।

ইয়াৰ পিছত ভিক্ষুবেশী গৌতম, কালাম বংশজাত ঋষি আৰাড়ৰ আশ্ৰমলৈ গ'ল। আৰাড়ৰ আশ্ৰয়ত তপস্যা আৰু সাধনাৰ মাৰ্গ শিক্ষা কৰি গৌতম সন্তুষ্ট নহ'ল। তেওঁ ৰামপুত্ৰ উদ্ৰকৰ ( উদ্দক ) আশ্ৰম পালেগৈ। উদ্ৰকৰপৰা সমাধি লাভৰ শিক্ষা ললে। ভিক্ষু গৌতমে ধ্যান-ধাৰণাৰ অষ্ট পৰ্য্যায় লাভ কৰিলে সঁচা, কিন্তু তেওঁ উপলব্ধি কৰিলে যে সম্যক্‌জ্ঞান (বুদ্ধত্ব) পাবলৈ হ'লে এই যোগ-সাধনাই সকলো নহয়। তেওঁ তাৰপৰা আঁতৰি গ'ল—উৰুবিল্ব ( উৰুবেলা ) নামৰ মনোৰম ঠাই এখন-লৈকে।

এই উৰুবেলাত গৌতমে বুদ্ধত্ব-লাভৰ কাৰণে কঠোৰ ব্ৰত অনুসৰণ কৰিলে। অঞ্ঞ কোণ্ডঞ্ঞ প্ৰমুখ্যে পাঁচজন ভিক্ষুৱে নৈৰঞ্জনা নদীৰ পাৰত সিদ্ধাৰ্থৰ শিষ্য হয়। ছ বছৰ কঠোৰ ব্ৰত পালনৰ দ্বাৰা ক্ষুধা, তৃষ্ণা, উশাহ-নিশাহ পৰ্য্যন্ত নিৰোধ কৰিও সিদ্ধাৰ্থই সম্যক্ জ্ঞান লাভৰ চেষ্টা চলালে। জৰাজীৰ্ণ দেহ লৈ তেওঁ সিদ্ধান্ত কৰিলে—"এনেবোৰ কঠোৰতাই সম্যক্ জ্ঞান অৰ্জ্জন কৰিব নোৱাৰে।" তেওঁ আকৌ ভিক্ষা খুজি গাৱেঁ-ভূঁয়ে, চহৰে-নগৰে ফুৰিবলৈ ধৰিলে। তেওঁৰ অনুগামী ভিক্ষু পাঁচজনে সিদ্ধাৰ্থৰ এনে আচৰণত অসন্তুষ্ট হ'ল। তেওঁলোকে সিদ্ধাৰ্থৰ কাৰ্য্যৰ নিন্দা কৰি ইসিপতন ( ঋষিপতন ) নামৰ ঠাইলৈকে গুচি গ'ল।

ভিক্ষু-জীৱনৰ দীঘলীয়া বৰ্ণনা বুদ্ধদেৱে এনে মৰ্ম্মে দিছিল বুলি মজ্ঝিমনিকায় গ্ৰন্থৰ মহাসচ্চক-সুত্তত লিখা আছে—"সংসাৰ-ত্যাগৰ পিছত মই মঙ্গলৰ পথ অনুসৰণ কৰি পৰম শান্তিপূৰ্ণ অৱস্থাৰ সন্ধানত কালামবংশী আৰাড়ৰ ওচৰ চাপিলোঁ। তেওঁক কলো—'সুহৃদ্ কালাম, মই নীতি আৰু ধৰ্ম্ম অনুসৰি ধাৰ্ম্মিক জীৱন যাপন কৰিবলৈ বিচাৰোঁ।'......অতি কম সময়ৰ ভিতৰতে মই নীতি-ধৰ্ম্ম শিকি ললোঁ।......মোৰ গুৰু আৰাড়ে মোক শিষ্য যদিও একে আসনতে স্থান দিলে আৰু মোক পৰম সম্মান দেখুৱালে। মই তেতিয়া ভাবিলোঁ—এই শূন্য অৱস্থা লাভ কৰা ধৰ্ম্ম-নীতিয়ে বিৰাগ, কামনালোপ, নিবৃত্তি, প্ৰশান্তি আৰু সম্যক্ জ্ঞান নিৰ্ব্বাণ লাভ কৰাব নোৱাৰে। গতিকে মই এই ধৰ্ম্মনীতিত বুৰ গৈ নেথাকি বিৰক্ত হৈ সঙ্গ ত্যাগ কৰি গুচি গলোঁ।"

উদ্ৰকৰ আশ্ৰয়তো চেতন-অচেতন অৱস্থাৰ জ্ঞান লাভ কৰি সিদ্ধাৰ্থ সন্তুষ্ট নহ'ল। ইয়াৰ পিছত তপস্যা-ভূমি বিচাৰি মনোৰম উৰুবেলালৈ গ'ল আৰু নৈৰঞ্জনা নদীৰ ওচৰৰ এজোপা ডাঙৰ বৰগছৰ তলত আসন পাতি তেওঁ পৰম সাধনাত ব্ৰতী হ'ল।

উৰুবেলা নগৰৰ সেনানী পৰিয়ালৰ পৰমা সুন্দৰী সুজাতা; তেওঁ গাভৰু কালত এজোপা বৰগছক প্ৰাৰ্থনা জনাইছিল—"মই যদি মোৰ সমান কুল-মৰ্য্যাদাৰ এজন স্বামী পাওঁ, আৰু যদি মোৰ প্ৰথম সন্তানটি পুত্ৰ হয়, তেনেহলে হে বৃক্ষৰাজ, মই তোমাৰ উদ্দেশ্যে এক লক্ষ মুদ্ৰাৰ মূল্যৰে এটি বছৰেকীয়া ভোগ দিমহি।" সুজাতা সুন্দৰীৰ যথাসময়ত মনোমত দৰাৰ লগত বিয়া হ'ল আৰু এটি পুত্ৰ-সন্তান লাভ কৰিলে। তেওঁ এহেজাৰ গাই-গৰু খীৰাই সেই গাখীৰ পাঁচ শ জনী গাইক খাবলৈ দিলে। সেই পাঁচশ জনী গাইৰ গাখীৰ তাৰে আধাসংখ্যক গাইক খুৱালে। এনেদৰে গাখীৰৰ সোৱাদ আৰু ঘনতা বঢ়াই, আঠজনী গাই খীৰাই নিজ হাতে পায়স



বোধগয়া
এই পবিত্ৰ বটগছৰ তলতে গৌতমে পৰম জ্ঞান লাভ কৰিছিল।



মহাবোধি বিহাৰ ( বোধগয়া )



প্রস্তুত কৰিলে। লিগিৰী পুন্নাৰ সৈতে সোণৰ থালত পায়স ভৰাই সুজাতাই বৰগছৰ তলত ভোগ দিবলৈ সাজি-কাচি ভক্তিৰে ওলাই আহিল।

সিদিনা আছিল বহাগ মাহৰ পূৰ্ণিমা। গৌতমে ৰাজকাৰেং এৰি আহিবৰ ছবছৰ পূৰ হৈছে। সেই তিথিতে তেওঁ বুদ্ধত্ব লাভৰ কাৰণে বৰগছৰ গুৰিত ধ্যানমগ্ন হৈ আছিল। লিগিৰী পুন্নাই বৰগছৰ গুৰিত ভিক্ষুক দেখি স্বয়ং দেৱতাই মানৱী ৰূপ লৈছে বুলি সুজাতাক কলেহি। সুজাতা অতিশয় পুলকিত হৈ ভিক্ষুৰ আগত পায়সৰ থাল নিৱেদন কৰিলে। বোধিসত্বই সেই পায়সৰ পাত্ৰ সাদৰে গ্ৰহণ কৰিলে।

ইয়াৰ পিছত সিদ্ধাৰ্থই নৈৰঞ্জনা নদীত স্নান কৰি পায়স খালে। তাৰ পিছত সেই কাঁহীখন পানীত দলিয়াই দিয়াত সি হেনো উজাই ভাহি গ'ল আৰু পানীৰ তললৈ গৈ নাগৰাজৰ দুৱাৰত খুন্দা মাৰিলেগৈ। নাগৰাজে ওলাই আহি সিদ্ধাৰ্থক দেখা দিলে আৰু ভক্তিভাৱে কলেহি যে সিদিনাই সিদ্ধাৰ্থই তেওঁৰ প্ৰাৰ্থিত সম্পদ লাভ কৰিব।

সিদ্ধাৰ্থৰ শত্ৰু মাৰে ইমান বছৰে ছিদ্ৰ বিচাৰি থাকিও সফল হব পৰা নাছিল। হৰ্ষ, বিভ্ৰম আৰু দৰ্প নামৰ তিনিজন পুত্ৰ আৰু ৰতি, প্ৰীতি, তৃষ্ণা নামৰ তিনিজনী কন্যাক পঠিয়াই সিদ্ধাৰ্থৰ ধ্যানভঙ্গৰ চেষ্টা কৰিলে। মাৰে ভয়, ক্ৰোধ, কাম আদি বিভ্ৰান্ত-কাৰী শৰ প্ৰয়োগ কৰিও বৰগছৰ তলত বহি থকা পৰম তপস্বী সিদ্ধাৰ্থৰ গাৰ নোমকে লৰাব নোৱাৰিলে।

মাৰৰ বিৰোধিতা আৰু তপস্যাৰত সিদ্ধাৰ্থ গৌতম ধ্যানভঙ্গৰ কাৰণে চলোৱা অপচেষ্টাবোৰৰ বিৱৰণ ভিন্ ভিন্ গ্ৰন্থত বহলাই দিয়া হৈছে।

বহাগী পূৰ্ণিমাৰ ৰাতি সংযত, পৱিত্ৰ, শুদ্ধ, নিষ্কলঙ্ক, উদ্যমী, স্থিৰ আৰু অভেদ্য মনেৰে গৌতমে সম্যক্ জ্ঞান, নিৰ্ব্বাণ

লাভৰ কাৰণে বৰগছৰ তলত ধ্যানমগ্ন হ'ল। ৰাতিৰ প্ৰথম পৰত তেওঁ অতীত জীৱনৰ অস্তিত্ব, কাৰ্য্যকলাপ, জন্ম-মৃত্যুৰ কথাবোৰ সুঁৱৰিবলৈ ধৰিলে। এক, দুই, তিনি, চাৰিকৈ হেজাৰ-বিজাৰ অতীত জন্মৰ স্মৃতি তেওঁৰ মানস-পটত উজলি উঠিল। ৰাতিৰ দ্বিতীয় পৰত, তেওঁ সংসাৰৰ জীৱবোৰৰ উৎপত্তি, বিনাশ আদিৰ বিষয়ে দিব্যজ্ঞান লাভ কৰিলে; কুকৰ্ম্ম কৰিলে কিদৰে কষ্ট পায় আৰু দুখ-যাতনা ভোগে, সেই কথা তেওঁ উপলব্ধি কৰিলে; আনপক্ষে সুকৰ্ম্ম কৰিলে কিদৰে সুখ শান্তি পায়, তাকো বুজিলে। কৰ্ম্মফলৰ পৰিণতিৰ জ্ঞান তেওঁৰ অন্তৰত উপজিল। ৰাতিৰ তৃতীয় পৰত সিদ্ধাৰ্থই ধ্যানৰ বলত সম্যক্‌ভাৱে জৰা, মৃত্যুৰ জ্ঞান লাভ কৰিলে। তেওঁ সত্য উপলব্ধি কৰিলে; 'দুখ কি,' এই সত্য তেওঁ হৃদয়ঙ্গম কৰিলে, 'দুখ উৎপত্তিৰ কাৰণ কি' তাকো তেওঁ ঠিক মতে বুজি পালে, 'দুখ যে বিনাশ হয়', এই সত্যও তেওঁ বুজিলে আৰু 'দুখনো কি কি উপায়ে বিনাশ কৰিব পাৰি' তাকো তেওঁ যথাৰ্থতে বুজিলে। সেইদৰে আস্রৱ (পাপ) কি, পাপৰ কাৰণ কি, পাপ যে বিনাশ হয় আৰু পাপ কি উপায়ে বিনাশ হয়—তাকো তেওঁ প্ৰকৃততে বুজিলে।......

এনেদৰে ৰাতিৰ শেষভাগত গৌতম সম্যক জ্ঞান লাভ কৰিবলৈ সমৰ্থ হ'ল। তেওঁ সম্যক্ জ্ঞান পোৱাৰ পিছত পৃথিৱীৰ জীৱ-জন্তুবোৰৰ আনন্দ উপজিল। স্বৰ্গীয় দেৱতা-অপেস্বৰা আৰু সংসাৰৰ জীৱবোৰে বুদ্ধক প্ৰদক্ষিণ কৰি তেওঁৰ গুণানুকীৰ্ত্তন কৰিলে।

এনেদৰে মাৰৰ কুচেষ্টা ব্যৰ্থ কৰি গৌতমে বুদ্ধত্ব পালে। এই কঠোৰ ব্ৰত আৰু তপস্যাৰ কাল ছবছৰে মাৰে গৌতমৰ পিছ এৰা নাছিল। বুদ্ধ হোৱাৰ এবছৰ পিছলৈকেও মাৰে ছিদ্ৰ বিচাৰি ফুৰিছিল। মুঠতে সাতবছৰ পৰ দি থাকিও অনিষ্টকাৰী প্ৰলোভক মাৰ ব্যৰ্থ হ'ল। সম্যক্ জ্ঞান লাভৰ পথত থকা বিভীষিকা-বিঘিনিৰ মাত্ৰাও কম নহয়।



ৰাতিৰ তিনি পৰত তিনিটা পৰম জ্ঞান লভি তথাগত বুদ্ধই দোক-মোকালিতে এই মৰ্ম্মে এটি 'উদান' (শ্লোক) উচ্চাৰণ কৰিলে:—



মাৰৰ প্ৰলোভন

বহু জনমৰ ভৱ-বন্ধন ভেদি  
লৰিছোঁ মই অবিৰাম গতিৰে,  
ভৱ-আৱাসৰ স্ৰষ্টাক বিচাৰি;  
বাৰে বাৰে জন্মৰ অসহ্য বেদনা সহোঁ!  
হে আৱাসৰ সৃষ্টিকৰ, তোমাক দেখিছো এয়া;  
আৰু তুমি ভৱ-বন্ধনেৰে নোৱাৰা সাজিব ঘৰ  
তোমাৰ সজুলিবোৰ ভাগি-ছিগি গ'ল,  
ঘৰৰ মাৰলিবোৰ জহি-খহি ৰ'ল;  
মোৰ মনৰ স্থিতি হেৰাই গৈছে;  
কামনাৰ শেষ মই লাভ কৰিলোঁ।

## ঋদ্ধি

বৌদ্ধধৰ্ম্মৰ শীল আৰু ধ্যান সম্পদৰেই বিশেষ পৰিণতি হিছাপে ভাৰতীয় অধ্যাত্ম সাধনাৰ ক্ষেত্ৰত যোগাভ্যাস প্ৰচলিত হয়। বেদতো অৱশ্যে যোগৰ কথা আছে। কিন্তু তাত যোগ মানে যুঁৱলি বুজাইছিল, অৰ্থত ইন্দ্ৰিয়সমূহক সংযম কৰা বুজাইছিল। পতঞ্জলিৰ যোগশাস্ত্ৰত ব্যাখ্যা কৰা যোগৰ অঙ্গসমূহৰ আৰু তাৰ আনুষঙ্গিক যম-নিয়মসমূহৰ উক্ত বৌদ্ধ সাধনসমূহৰ লগত বিশেষ মিল আছে। পতঞ্জলিয়ে যোগক চিত্ত-বৃত্তিৰ নিৰোধ বুলি অভিহিত কৰিছে। চিত্ত-বৃত্তিৰ নিৰোধেই বৌদ্ধমতেও নিৰ্ব্বাণ যাক ধ্যানৰ সৰ্ব্বোচ্চ বিমোক্ষ বুলি আৰু সংজ্ঞা-বেদয়িত নিৰোধ বুলি কোৱা হৈছে। যোগসাধনৰ পাঁচবিধ নিয়মৰ লগত বৌদ্ধ শীল-সম্পদাৰ বহুখিনি মিল আছে। যোগাৰূঢ় আৰু ধ্যানাৰূঢ় হোৱাৰ প্ৰণালীতো বৌদ্ধ আৰু যোগ দৰ্শনৰ বহুত মিল আছে। বৌদ্ধ ধ্যান আৰু হিন্দু যোগ সাধনৰদ্বাৰা সাধকে আশ্চৰ্য্য আৰু অলৌকিক ক্ষমতাৰ ( ঋদ্ধি) অধিকাৰী হব পাৰে বুলি দুই ধৰ্ম্মতেই কোৱা হয়। এইৰকম অলৌকিক ক্ষমতা লাভৰ আশাত বহু ক্ষুদ্ৰ বুদ্ধিৰ লোকে নানাৰকম তান্ত্ৰিক বামাচাৰৰ লগত ধ্যান আৰু যোগক যুক্ত কৰিছিল, আৰু এইদৰে নানাভাৱে দুয়োটা ধৰ্ম্মৰে বিকৃতি আৰু অৱনতি ঘটাই অধঃপতন আনিছিল।

## বুদ্ধৰ জাতিস্মৰত্ব

বৌদ্ধ ধৰ্ম্ম-গ্ৰন্থ ত্ৰিপিটকত আছে যে বুদ্ধই বোধিত্ব লাভ কৰি ভূত, ভৱিষ্যত আদি তিনিকালৰ জ্ঞান লাভ কৰিছিল। বুদ্ধই নিজৰ বহু পূৰ্ব্বজন্মৰ বিষয়ে জ্ঞান লাভ কৰি সেইবোৰ জীৱনৰ কাহিনী ধৰ্ম্ম-প্ৰচাৰৰ অঙ্গ হিছাপে বৰ্ণনা কৰা বুলি তাত কথিত আছে। এই কাহিনী সমূহ 'সুত্ত-পিটক'ৰ অন্তৰ্গত 'ক্ষুদ্ৰনিকায়'ৰ 'জাতক' আৰু 'বুদ্ধবংশ' অংশত আছে। 'দীঘনিকায়'তো বুদ্ধই নিজৰ



বোধিসত্বৰপৰা পূৰ্ব্ব-বুদ্ধ বিপস্‌সি আদি সাতজনৰ জন্ম হোৱা কাহিনী বৰ্ণিত আছে। বোধিত্বৰ দ্বাৰা বুদ্ধই এনে ধৰণৰ জাতিস্মৰত্ব আৰু অন্যান্য ঋদ্ধি লাভ কৰাৰ সত্যতা বৌদ্ধধৰ্ম্মাৱলম্বীসকলে বিশ্বাস কৰে। বুদ্ধই যে সঁচাকৈ জীৱন আৰু জগত সম্বন্ধে সঠিক সত্যৰ জ্ঞান লাভ কৰিছিল—সাধাৰণ মানুহৰ অভিজ্ঞতাত যিটো নাই—তাৰেই বিশ্বাসযোগ্য প্ৰমাণ হিছাপে শিষ্যসকলে বুদ্ধদেৱৰ জীৱন সম্বন্ধে নানা অলৌকিক কাহিনী জন-সমাজত প্ৰচাৰ কৰিছিল। এইখিনিতে দেখা যায় যে অন্যান্য ধৰ্ম্মৰ দৰে বৌদ্ধধৰ্ম্মৰ প্ৰচাৰকসকলেও নিজৰ ধৰ্ম্মৰ বিস্তাৰৰ বাবে জন-সাধাৰণৰ অজ্ঞতা, অন্ধবিশ্বাস আৰু অলৌকিক ঘটনা সম্বন্ধে কৌতূহল আৰু বিস্ময়ৰ সম্পূৰ্ণ সুবিধা গ্ৰহণ কৰিছিল। অৱশ্যে বুদ্ধদেৱে ঋদ্ধি লাভৰ অৰ্থে ধ্যান সাধনা কৰাটো বেয়া বুলি মত প্ৰকাশ কৰিছিল।

## বোধিসত্ব

বুদ্ধদেৱৰ পূৰ্ব্বজন্ম সম্বন্ধে শিষ্যসকলৰ কল্পনাই সেইবোৰ কাহিনীত নানা ৰং চৰায়। প্ৰথমতে বুদ্ধৰ সাতোটা পূৰ্ব্বজন্মৰ কথা কোৱা হৈছিল ; পিছত এই পূৰ্ব্বগামী বুদ্ধৰ সংখ্যা ২৪ হয়-গৈ। আৰু সময় যোৱাৰ লগে লগে বুদ্ধদেৱকো মানৱত্বৰ ওপৰলৈ তুলি ঈশ্বৰত্ব আৰোপ কৰা হয়। এইদৰে ক্ৰমে বুদ্ধদেৱে শিষ্য-সকলৰ মনত ঈশ্বৰ বুলি কল্পিত হয় আৰু বৌদ্ধধৰ্ম্মত বুদ্ধ-মূৰ্ত্তি-পূজা, বোধিসত্বৰ পূজা, আদি আৰম্ভ হয়। ( সত্ব হৈছে অলৌকিক অস্তিত্ব, যিহৰপৰা জন্ম হয় ; জন্ম-জন্মান্তৰৰ নানা বুদ্ধৰ মূল বীজ হিছাপে এক পাৰমাৰ্থিক সত্বত বিশ্বাস প্ৰচাৰিত হয়। ইয়াকে বোধিসত্ব বোলে। ) এই অলৌকিক বোধিসত্বই পৃথিৱীত ভৱিষ্যতে যে অৱতাৰ হব, এই ধাৰণাৰো উদ্ভৱ হয়। ভৱিষ্যতে এক 'মৈত্ৰেয়' বুদ্ধ জন্মি জগতত সদ্ধৰ্ম্মৰ জাগৰণ কৰিব—এই কাহিনী 'দীঘনিকায়'তে বুদ্ধৰ বাণী হিছাপে দেখুৱা আছে। পিছৰ যুগত বৌদ্ধধৰ্ম্ম দুই

প্ৰধান সম্প্ৰদায়ত, যেনে মহাযান আৰু হীনযানত, ভাগ হৈ যায়। হীনযানীসকলে উক্ত মৈত্ৰেয় বুদ্ধত বিশ্বাস কৰিছিল, আৰু বুদ্ধৰ লগতে মৈত্ৰেয় বুদ্ধৰ মন্দিৰাদিও নিৰ্ম্মাণ কৰিছিল। মহাযানীসকলে বুদ্ধৰ উপৰিও তুই বোধিসত্ব 'মঞ্জুশ্ৰী' আৰু 'অৱলোকিতেশ্বৰ'ৰ পূজা কৰিছিল। ইয়াৰ পাছত অৱলোকিতেশ্বৰৰপৰা উদ্ভৱ হোৱা আন এক বোধিসত্ব বজ্ৰধৰ বা 'বজ্ৰপাণিৰ কল্পনা কৰা হৈছিল। এই তিনি বোধিসত্বৰ অৰ্থাৎ 'মঞ্জুশ্ৰী', 'বজ্ৰপাণি' আৰু 'অৱলোকিতেশ্বৰ'ৰ হিন্দুৰ ত্ৰিমূৰ্ত্তি ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ আৰু খ্ৰীষ্টান ধৰ্ম্মৰ ত্ৰিমূৰ্ত্তিৰ (Trinity) লগত তুলনামূলক সাদৃশ্য আছে।

## ধ্যানী বুদ্ধ

ইয়াৰ উপৰিও বুদ্ধ-ধৰ্ম্মত চাৰিধ্যানৰদ্বাৰা নিৰ্ব্বাণ-প্ৰাপ্তিৰ আগতে বিভিন্ন স্তৰৰ ব্ৰহ্মলোক প্ৰাপ্তিৰ ধাৰণা আছিল। 'অভিধৰ্ম্ম' গ্ৰন্থত অৱশ্যে পাঁচটা ধ্যানৰ উল্লেখ আছে। এই পাঁচ ধ্যানৰ পাঁচ ধ্যানী হিছাপে উক্ত ব্ৰহ্মলোকৰ বিভিন্ন স্তৰত পাঁচজন 'ধ্যানী বুদ্ধৰ' কল্পনা কৰা হৈছিল। এই ধ্যানী বুদ্ধসকলৰ নাম আছিল যথাক্ৰমে (১) বৈৰোচন, (২) অক্ষোভ্য, (৩) ৰত্নসম্ভৱ, (৪) অমিতাভ আৰু (৫) অমোঘসিদ্ধ। এই পাঁচ ধ্যানী বুদ্ধৰ বাবে পাঁচোটা বোধিসত্বৰ কল্পনা কৰা হল, যেনে (১) সমন্তভদ্ৰ, (২) বজ্ৰপাণি, (৩) ৰত্নপাণি, (৪) পদ্মপাণি-অৱলোকিতেশ্বৰ আৰু (৫) বিশ্বপাণি।

## মানুষী বুদ্ধ

আৰু এই বোধিসত্বসমূহৰ পাঁচজন মৰ্ত্ত্য-কায় লাভ কৰা 'মানুষী বুদ্ধ'বো কল্পনা কৰা হল, যেনে (১) ক্ৰকুচন্দ, (২) কনকমুনি, (৩) কাশ্যপ, (৪) গৌতম আৰু (৫) মৈত্ৰেয়। এইবোৰৰ ভিতৰত মানুষী গৌতম বুদ্ধ, তেখেতৰ বোধিসত্ব অৱলোকিতেশ্বৰ আৰু তাৰেই ধ্যানীবুদ্ধ ৰূপ অমিতাভৰ স্থান তিব্বতীয় আৰু নেপালী



ধ্যানী বুদ্ধ মূৰ্ত্তি ( থাই দেশীয় )

মহাযানী বৌদ্ধধৰ্ম্মত অতি শ্ৰেষ্ঠ। এইবিলাকৰ উপৰিও ঈশ্বৰবাদী ধৰ্ম্মৰ অনুকৰণত এক 'আদিবুদ্ধ'ৰ কল্পনা কৰা হৈছিল। এইদৰে পিছৰ যুগত বিকৃত বৌদ্ধধৰ্ম্মই বৈদিক বহু দেৱবাদৰ লগত ফেৰ মাৰিবলৈ নানা বুদ্ধৰ দেৱমূৰ্ত্তিৰে বৌদ্ধ পূজা মন্দিৰ ভৰাই পেলালে।

## ভিক্ষু-সঙ্ঘ

বৌদ্ধধৰ্ম্মৰ বিশেষ বৈশিষ্ট্য হৈছে ভিক্ষুসঙ্ঘ স্থাপন আৰু তাৰ পৰিচালনা-পদ্ধতি। এই ধৰ্ম্মৰ 'তিনটা শৰণ ; যেনে—বুদ্ধত শৰণ, ধৰ্ম্মত শৰণ আৰু সঙ্ঘত শৰণ। এই তিনি শৰণৰ লগত অসমৰ মহাপুৰুষীয়া ধৰ্ম্মৰ আদি তিনি শৰণৰ মিল আছে; যেনে—দেৱ, নাম আৰু ভকতত শৰণ। বৌদ্ধধৰ্ম্মত দীক্ষা লৈ যিসকলে গৃহধৰ্ম্ম ত্যাগ কৰি ভিক্ষুত্ব গ্ৰহণ কৰে সেইসকলৰ পালনীয় কৰ্ত্তব্যসমূহ আৰু 'প্ৰাতিমোক্ষ'সমূহৰ কিছু আভাষ আগতে দিয়া হৈছে।

## সঙ্ঘৰ পৰিচালনা

ভিক্ষুসঙ্ঘৰ এটা বিশেষ বৈশিষ্ট্য হৈছে যে ইয়াত কোনো মনোনীত গুৰু নাই, গুৰু-পৰম্পৰাও নাই। ইয়াৰ নিয়মানুৱৰ্ত্তিতা আৰু শৃঙ্খলা ভিক্ষুসকলৰ নিজৰ ধৰ্ম্মনিষ্ঠাৰ ওপৰত নিৰ্ভৰশীল। অৱশ্যে সঙ্ঘৰ ভিতৰত শৃঙ্খলা ৰক্ষাৰ অৰ্থে বুদ্ধ-নিৰ্দ্দেশিত একৰকম দণ্ডবিধানো আছে যাক 'ব্ৰহ্মদণ্ড' বোলা হয়। পৰিনিৰ্ব্বাণৰ সময়ত বুদ্ধদেৱে সঙ্ঘৰ পৰিচালনা সম্বন্ধে দি যোৱা নিৰ্দ্দেশবোৰ বিশেষ লক্ষ্যনীয়। বুদ্ধই মুখ্য শিষ্য আনন্দক কৈছিল—"মোৰ অবিহনে মই দিয়া ধৰ্ম্ম আৰু 'বিনয়'ৰ উপদেশসমূহেই ভিক্ষুসঙ্ঘক পৰিচালনা কৰিব।" অৰ্থাৎ তাৰ বাবে কাকো বিশেষ ভাৰ দি যাব নালাগে। "মোৰ দেহান্তত সঙ্ঘই ইচ্ছা কৰিলে ক্ষুদ্ৰ আৰু অপ্ৰধান বিধিসমূহ বৰ্জ্জন কৰিব পাৰে। মোৰ দেহান্তত ভিক্ষুছন্নক ব্ৰহ্মদণ্ড দিব লাগিব।" (ভিক্ষুছন্ন অবাধ্য আৰু উন্মাৰ্গগামী



আছিল।) "আনন্দ, ভিক্ষুছন্নই যি ইচ্ছা তাকে কৰিব পাৰিব কিন্তু অন্য ভিক্ষুসকলে তেওঁৰ লগত কোনো বাক্যালাপ নকৰিব, উপদেশ নিদিব আৰু তেওঁক কোনো আদেশ-নিৰ্দ্দেশো নিদিব।" সঙ্ঘ সম্বন্ধে বুদ্ধৰ বাণী, "আনন্দ, ভিক্ষুসঙ্ঘই মোৰপৰা কি প্ৰত্যাশা কৰে? মই ধৰ্ম্ম প্ৰচাৰ কৰাত বাহ্য আৰু গুপ্ত মত বুলি কোনো প্ৰভেদ কৰা নাই। ধৰ্ম্ম সম্বন্ধে মই কোনো কথা হাতৰ মুঠিত বান্ধি ৰখা নাই।...তথাগতৰ মনত কেতিয়াও এই ভাব নহয় যে 'মই ভিক্ষুসঙ্ঘৰ নেতৃত্ব কৰিম' বা 'ভিক্ষুসঙ্ঘ মোৰ ওপৰত নিৰ্ভৰ কৰে।' গতিকে কিয় মই ভিক্ষুসঙ্ঘ সম্বন্ধে নিয়মৰ ব্যৱস্থা কৰিম?... গতিকে আনন্দ, তোমালোকে আত্ম-দীপ হৈ, আত্মশৰণ হৈ, অনন্য-শৰণ হৈ বিহাৰ কৰিবাঁ; ধৰ্ম্মদীপ, ধৰ্ম্মশৰণ, অনন্যশৰণ হবাঁ।" সঙ্ঘৰ ভিতৰত বুদ্ধৰ বাণী সম্বন্ধে ভিন্নমত উথাপিত হলে কি কৰিব লাগে তাৰো নিৰ্দ্দেশ বুদ্ধদেৱে দি গৈছিল। যদি কোনো ভিক্ষুৱে কয় যে বুদ্ধদেৱে এই এই কথা কৈছিল, তেতিয়া তেওঁৰ কথা গ্ৰহণো কৰিব নালাগে, উৰায়ো দিব নালাগে। সূত্ৰ আৰু বিনয়সমূহৰ লগত সেই কথা মিলাই চাই যদি তাৰ লগত সেই কথাৰ মিল পোঁৱা যায় তেন্তে সেইটো সত্য বুলি লব লাগে, অন্যথায় বৰ্জ্জনীয়।

## বৌদ্ধ মহাসঙ্গীতি

ইত্যাদিবোৰ কাৰণত ভিক্ষু-সঙ্ঘ বিশেষ গণতান্ত্ৰিক অনুষ্ঠান আছিল। এই কাৰণেই সময়ে সময়ে গণতান্ত্ৰিক উপায়ে বৌদ্ধমত আৰু বিনয়সমূহৰ সঠিক নিৰ্ণয় আৰু তাৎপৰ্য্য ব্যাখ্যাৰ অথে ভিক্ষুসকলে মিলি একোখন বৌদ্ধ মহাসঙ্গীতি পাতিছিল। বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পাছতে ৰজা অজাতশত্ৰুৰ আমোলত ভিক্ষু মহা-কাশ্যপৰ অধিনায়কত্বত ৰাজগৃহত প্ৰথম বৌদ্ধ মহাসঙ্গীতি বহিছিল। এই মহাসভাতেই বুদ্ধৰ ধৰ্ম্মসূত্ৰসমূহ আৰু বিনয়সমূহ প্ৰণালীবদ্ধভাৱে সজোৱা হয়, একত্ৰিত কৰা হয়।

## সঙ্ঘত বিভেদ

ইয়াৰ ১০০ বছৰ পাছত বৈশালীত দ্বিতীয় বৌদ্ধ মহাসঙ্গীতি হয়। এই মহাসভাতেই বৌদ্ধ বিনয়সমূহ সম্বন্ধে মতভেদ হৈ ভিক্ষু-সকল দুই ভাগত বিভক্ত হয়। যি সকলে পুৰণি বিনয়সমূহ আগৰ দৰেই ৰাখিব বিচাৰিছিল, সেইসকলৰ সম্প্ৰদায়ক থেৰবাদী বা স্থৱিৰবাদী বোলা হয়। যিসকলে বিনয়সমূহৰ সংস্কাৰ বিচাৰিছিল সেইসকলে এটা বেলেগ সম্প্ৰদায় কৰি মহাসঙ্ঘ নামে বৌদ্ধ-সভা পাতিছিল। এওঁলোকক সেই কাৰণে 'মহাসাঙ্ঘিক' বুলি অভিহিত কৰা হয়। এই মহাসাঙ্ঘিকসকলৰপৰাই পিছৰ যুগত মহাযান সম্প্ৰদায়ৰ উদ্ভৱ হয়। এওঁলোকে আগৰ প্ৰাচীনপন্থীসকলক 'হীনযানী' বুলিছিল। এইদৰে বৌদ্ধসঙ্ঘত ক্ৰমে নানা বিভেদে দেখা দিয়ে, আৰু লগে লগে বৌদ্ধমতসমূহৰো নানা ব্যাখ্যাৰ ফলত নানা বৌদ্ধ দাৰ্শনিক মতবাদৰ উদ্ভৱ হয়। এই দাৰ্শনিক মতবাদ-সমূহৰ চাৰিটা প্ৰধান ধাৰা পোৱা যায়; যেনে—(১) সৌত্ৰান্তিক, (২) বৈভাষিক, (৩) যোগাচাৰ আৰু (৪) মাধ্যমিক। এওঁলোকে বুদ্ধদেৱৰ নিৰ্দ্দেশৰ কথা পাহৰি তত্ত্বজ্ঞানৰ তৰ্কজালৰ মাজত সোমাই পৰিছিল। অৱশ্যে হিন্দু দাৰ্শনিকসকলে চৰিওফালৰপৰা বৌদ্ধ-মত আৰু পথক আক্ৰমণ কৰাত বৌদ্ধ দাৰ্শনিকসকলে আত্মৰক্ষাৰ্থে তাৰ্কিক আৰু তত্ত্বালোচক হব লগা হৈছিল।

## জাতি-ভেদ আৰু ৰাষ্ট্ৰৰ উৎপত্তি

ভিক্ষু-সঙ্ঘ গঠন আৰু পৰিচালনা-পদ্ধতিৰ যি নিৰ্দ্দেশ বুদ্ধদেৱে দিছিল, তাৰপৰা এইটো ধৰি লব পাৰি যে মানুহৰ সমাজ-জীৱনৰ সংগঠন আৰু পৰিচালনাৰ ক্ষেত্ৰতো বুদ্ধদেৱে গণতান্ত্ৰিক পদ্ধতি পছন্দ কৰিছিল। এফালে তেখেতে বৈদিক জাতিভেদৰ যি তাত্ত্বিক ভিত্তি তাৰ বিৰোধিতা কৰিছিল, আৰু আনহাতে ৰাজ-তন্ত্ৰৰ বিৰোধিতা নকৰিলেও প্ৰজাতন্ত্ৰৰ সমৰ্থক আছিল। জাতি-



ভেদ সম্বন্ধে বৈদিক ধাৰণা আছিল যে বিৰাট পুৰুষৰ মূৰৰপৰা ব্ৰাহ্মণ জাতি, বক্ষঃস্থলৰপৰা ক্ষত্ৰিয়, বাহুদ্বয়ৰপৰা বৈশ্য আৰু পাদদেশৰপৰা শূদ্ৰসকল উৎপত্তি হৈছে; গতিকে মানুহৰ জাতিগত সামাজিক উচ্চ-নীচ স্থিতি বিশ্বৰ চিৰন্তন বিধান—এয়েই সমাজ-ধৰ্ম্ম। এই ধৰ্ম্ম নষ্ট হলে নৰক-গমন, সমাজত অৰাজকতা, প্ৰলয় আদি হব বুলি প্ৰচাৰ কৰা হৈছিল। এই মত মতে ৰাজতন্ত্ৰই সমাজৰ চিৰন্তন বিধান; ই কেৱলমাত্ৰ সমাজ-বিৱৰ্ত্তনৰ বিশেষ অৱস্থা-সাপেক্ষ নহয়। বুদ্ধদেৱে এই তত্ত্বৰ তীব্ৰ বিৰোধিতা কৰি জনসমূহৰ প্ৰাধান্য প্ৰতিপন্ন কৰিছিল, আৰু চাৰি জাতি, ৰাষ্ট্ৰ, দণ্ডনীতি আদি যে সামাজিক বিৱৰ্ত্তনৰ ফলতহে উৎপন্ন হৈছে তাকেই প্ৰচাৰ কৰিছিল। 'দীঘনিকায়'ৰ 'অগ্‌গঞঞ' সূত্ৰান্তত মানৱ-সমাজৰ বিৱৰ্ত্তন, ৰাষ্ট্ৰ আৰু চাৰি জাতিৰ উৎপত্তি আদি সম্বন্ধে নিজৰ মত প্ৰকাশ কৰিছে। উক্ত সূত্ৰান্তত বৰ্ণিত কাহিনীটো সংক্ষেপে এই—ভিক্ষুব্ৰত গ্ৰহণাভিলাষী দুই ব্ৰাহ্মণ ভাৰদ্বাজ আৰু বাশিষ্ঠই বুদ্ধদেৱৰ ওচৰলৈ ধৰ্ম্ম শুনিবলৈ যায়। ব্ৰাহ্মণত্বৰ অহমিকাত বাসেষ্ঠই বুদ্ধদেৱক নানাভাৱে তিৰস্কাৰ কৰিলে আৰু কলে "ব্ৰাহ্মণসকলেই শ্ৰেষ্ঠ বৰ্ণ।" বুদ্ধই ক'লে, "সকলো জাতিৰ ভিতৰত প্ৰকৃত শীলৱানো আছে, পাপকাৰীও আছে। যিয়েই শীলৱান, সিয়েই শ্ৰেষ্ঠ। গতিকে জগতত ধৰ্ম্মই শ্ৰেষ্ঠ। কোনো জাতি শ্ৰেষ্ঠ নহয়।" জাতিৰ উৎপত্তিৰ কথা বুদ্ধই এইদৰে বুজালে—জগতৰ প্ৰলয় কালত জীৱসমূহ স্বয়ংপ্ৰভ হৈ অন্তৰীক্ষত বিৰাজ কৰিছিল। তাৰ পাছত ৰসময় পৃথিৱীৰ উৎপত্তি হয়। পূৰ্ব্বসংস্কাৰবশতঃ কোনো কোনো প্ৰাণীয়ে সেই মাটি খায়। ফলত সিহঁতৰ নিজৰ জ্যোতি লোপ পায়। মাটি খাই সিহঁতৰ ভিতৰত কুৰূপ-সুৰূপৰ ভেদ দেখা দিলে, বৰ্ণগৰ্ব্ব দেখা দিলে। পিছত পৃথিৱীত তৃণাদিৰ উৎপত্তি হয়। তাৰ পাছত ধানৰ উৎপত্তি হয়। জীৱসকল ধান্যজীৱী হয়। তেতিয়া সিহঁতৰ ভিতৰত স্ত্ৰী-পুৰুষৰ

প্ৰভেদৰ সচেতনতা দেখা দিলে ; মৈথুন-বিহাৰ আৰম্ভ হ'ল। কিন্তু সেইটো অধৰ্ম্ম বুলি নিন্দিত হোৱাত গোপন মৈথুনৰ বাবে গৃহ-নিৰ্ম্মাণ আৰু গৃহবাস আৰম্ভ হ'ল। তাৰ পিছত কোনো কোনো এলেহুৱা জীৱই প্ৰতি বেলা ধান সংগ্ৰহ নকৰি একেবাৰে দুবেলাৰ ধান সংগ্ৰহ কৰি আহৰি উলিয়ালে। আনবিলাকেও সেইদৰে কৰাত সঞ্চয় বিদ্যা আৰু সম্পত্তিৰ উৎপত্তি হ'ল। ক্ৰমে খেতিৰ উৎপত্তি হ'ল ; খেতিৰ মাটিৰ ভাগ হৈ গাইগুটীয়া সম্পত্তি হ'ল। তাৰপৰাই চৌৰ্য্যবৃত্তি আৰু তাৰ দমনৰ বাবে দণ্ডবিধানৰ ব্যৱস্থা হ'ল। পিছত জীৱগণে একগোট হৈ সিদ্ধান্ত কৰিলে—"জীৱগণৰ মাজত চৌৰ্য্য, নিন্দা, মিথ্যাবাদ আৰু দণ্ডনীতিৰ উদ্ভৱ হৈছে ; গতিকে এজন সুলক্ষণসম্পন্ন জীৱক নিৰ্ব্বাচন কৰা হওক যিজনে দোষীক দণ্ড দিব, নিৰ্দ্দোষীক আৰু নিৰ্দ্দোষীৰ সম্পত্তি আদিৰ ৰক্ষণাবেক্ষণ কৰিব, আৰু আমি তেওঁক আমাৰ ধানৰ অংশ দিম।" এইদৰে 'ৰজা' নিৰ্ব্বাচিত হ'ল। এওঁ নিৰ্ব্বাচিত হিচাপে 'মহাসম্মত', ক্ষেত্ৰৰ পতি হিচাপে ক্ষত্ৰিয়, ধৰ্ম্ম ৰক্ষা কৰি প্ৰজাৰঞ্জক হোৱা হিচাপে 'ৰাজা' ইত্যাদি উপাধি পালে। গতিকে ক্ষত্ৰিয়সকল সমূহ জীৱৰ ভিতৰৰ পৰাই উদ্ভৱ হৈছে, কোনো বিৰাট পুৰুষৰপৰা হোৱা নাই। এইদৰে সমাজ বিৱৰ্ত্তনৰ ভিতৰেদি অন্য তিনি জাতিৰো উদ্ভৱ হয় জনসমূহৰ মাজৰপৰাই, কোনো অলৌকিক কাৰণত নহয়। এই মতটো দৰাচলতে সমাজ বিকাশৰ, আৰু বৰ্ত্তমান যুগৰ আৰম্ভণিত ৰাষ্ট্ৰৰ উৎপত্তি সম্বন্ধে ইউৰোপত দেখা দিয়া মতবাদ 'social contract theory' বা সামাজিক চুক্তিৰ তত্ত্ব।

এই তত্ত্বৰ তাৎপৰ্য্য অতি ব্যাপক। যি ধৰ্ম্মৰ শ্ৰেষ্ঠত্বৰ কথা ওপৰত কোৱা হৈছে সেই ধৰ্ম্ম হৈছে আগতে বৰ্ণিত 'প্ৰতীত্যসমুৎপাদ' অৰ্থাৎ সকলো জাগতিক বস্তুৰে পৰিৱৰ্ত্তনশীলতা আৰু ধ্বংসশীলতাৰ ধৰ্ম্ম। গতিকে কোনো বিশেষ সমাজ-ব্যৱস্থাকে বুদ্ধদেৱে



শ্ৰেষ্ঠ বুলি আৰু সেই হিচাপে বাঞ্ছনীয় বুলি কোৱা নাই। সমাজ আৰু ৰাষ্ট্ৰৰ যি পৰিৱৰ্ত্তন আদি হয়, সি জাগতিক নীতিমতেই হয় ; গতিকে মানুহৰ চৰিত্ৰ-নিৰপেক্ষ হিচাপে চালে সেইবোৰ সমাজ-ব্যৱস্থাৰ কোনোটাকে ভাল বা বেয়া বুলিব নোৱাৰি। সেয়ে যদিও বুদ্ধদেৱে জাতিভেদ-যুক্ত সমাজক সমাজবিৱৰ্ত্তন-জনিত—আৰু সেই হিচাপে আপেক্ষিক বুলি কৈছিল, আৰু জন্মগত জাতিভেদৰ বিৰুদ্ধে মত প্ৰকাশ কৰিছিল, তথাপি তেওঁ ধৰ্ম্ম অনুসাৰে জাতিভেদ যে মানৱসমাজত হয়, সেইটো মানিছিল। মানুহে কৰ্ম্ম অনুসৰি ব্ৰাহ্মণ ক্ষত্ৰিয়াদি হয়। কিন্তু মানুহৰ ভিতৰত এই কৰ্ম্মৰ পাৰ্থক্যই মানুহ হিচাপে কোনো উচ্চ-নীচ নিৰ্ণয় নকৰে, স্বভাৱেই বা চৰিত্ৰই মানুহক উচ্চ-নীচ কৰে। মুঠ কথা, সমাজত চাৰিটা জাতি থকাটো বেয়া বা ভাল সেই কথা বুদ্ধদেৱে কোৱা নাই ; কিন্তু অধৰ্ম্ম আৰু পাপত ৰত হৈ উচ্চ জাতিৰ মানুহে গৰ্ব্ব কৰে, অন্য জাতিৰ মানুহক ঘৃণা কৰে—সেইটো নিতান্ত গৰ্হিত আৰু নিন্দনীয়। গতিকে সমাজৰ মূল সমস্যা হৈছে মানুহৰ এই অহমিকাযুক্ত মনোবৃত্তিৰ পৰিৱৰ্ত্তন সাধন কৰাটো। মানুহৰ অহমিকা হয় বিষয়-বাসনা বা তৃষ্ণাৰ পৰা—যাৰ ফলত সমাজত মানুহে মানুহে হিংসা, সংগ্ৰাম, যুদ্ধ আদি হয়, মানুহ দুখভোগী হয়। গতিকে শীলসাধনৰ দ্বাৰা মনৰ এই স্বাৰ্থবুদ্ধিক, অহংবুদ্ধিক জয় কৰিলে মানুহে সমাজবিৱৰ্ত্তনৰ যি কোনো অৱস্থাতে দুঃখজয়ী হৈ থাকিব পাৰিব, আদিম সমাজত যি একতা, নিঃস্বাৰ্থতা, ধৰ্ম্ম-পৰায়ণতা আছিল সেইবোৰ গুণ যি কোনো সমাজত প্ৰচলিত হব। বুদ্ধৰ বাণীৰ এয়ে হ'ল সামাজিক তাৎপৰ্য্য।

## আদৰ্শ সমাজ সম্বন্ধে বুদ্ধদেৱৰ ধাৰণা

বুদ্ধই যদিও স্পষ্টভাৱে কোৱা নাই কেনেকুৱা সমাজ-ব্যৱস্থা ভাল আৰু কেনে সমাজ-ব্যৱস্থা বেয়া, তথাপি তেওঁৰ মনত আদৰ্শ

সমাজ আছিল মানৱৰ আদিম গোষ্ঠীবদ্ধ সমাজ য'ত ব্যক্তি আৰু সমাজৰ স্বাৰ্থৰ কোনোৰূপ সংঘাত নাছিল ; য'ত গোষ্ঠীৰ ভিতৰত মানুহে মানুহে অসূয়া, যুঁজ-বাগৰ, হিংসা-খৰিয়াল আদি নাছিল, য'ত লোভ নাছিল। জাতিসমূহৰ উৎপত্তি সম্বন্ধে ওপৰত উল্লেখ কৰা বুদ্ধৰ মতটোতেই তাৰ ইঙ্গিত আছে। জীৱসকলৰ লোভহীন, বিভেদহীন, অধৰ্ম্মৰ অতীত যি প্ৰলয়োত্তৰ স্বয়ংপ্ৰভ স্থিতিৰ কথা তাত উক্ত হৈছে সেই স্থিতিয়েই ধৰ্ম্মৰ স্থিতি, সেই স্থিতিয়েই কাম্য। এই স্থিতি জনসমূহৰ সামূহিক জীৱনৰ স্থিতি, আদিম গণতান্ত্ৰিক স্থিতি। এইৰূপ স্থিতি যে সমাজৰ পক্ষে মঙ্গলজনক সেই কথা বুদ্ধদেৱে আন এঠাইতো কৈছে ('মহাপৰিনিৰ্ব্বাণ সূত্ৰ')। ৰজা অজাতশত্ৰুৱে এবাৰ বৃজিসকলক (এওঁলোক গণতান্ত্ৰিক আছিল) আক্ৰমণ কৰি জয় কৰিবৰ ইচ্ছা কৰি মন্ত্ৰীৰ হতুৱা বুদ্ধৰ মত সোধাত বুদ্ধই পোনপটীয়া উত্তৰ নিদি ভিক্ষু আনন্দক এইদৰে কলে, "বৃজিসকলে কি প্ৰায়শঃ জনসাধাৰণৰ অবাধ সম্মিলনৰ ব্যৱস্থা কৰে? যিমান দিন তেওঁলোকে এইদৰে চলে, সিমান দিন তেওঁলোকৰ পতন নহৈ উত্থান হোৱাৰেই কথা। তুমি কি শুনিছা যে বৃজিসকলে সমগ্ৰ হৈ একত্ৰিত হয়, সমগ্ৰভাৱে জাগ্ৰত হয়, সমগ্ৰ হৈ কৰণীয় কাম কৰে? তেনেহলে তেওঁলোকৰ উত্থান হবৰেই কথা।" ইয়াত গণতান্ত্ৰিক সামূহিক সমাজ-ব্যৱস্থাত বুদ্ধদেৱৰ সমৰ্থন প্ৰকাশ পাইছে।

## সামাজিক স্থিতি আৰু সামাজিক চৰিত্ৰ

কিন্তু এইটো ঠিক যে বুদ্ধদেৱে গোটেই মানৱ সমাজকে সম্পত্তি-সঞ্চয় যুগৰ আদিতে থকা ৰাষ্ট্ৰ-ব্যৱস্থাবিহীন গোষ্ঠীবদ্ধ সমাজ-জীৱনৰ অৱস্থালৈ ফিৰি যাবলৈ ক'তো কোৱা নাই ; বা সেইটো বাঞ্ছনীয় বুলিও কোৱা নাই। কাৰণ জাগতিক পৰিবৰ্ত্তনশীলতাৰ ৰীতিমতেই সেইটো অসম্ভৱ বুলি তেখেতে বুজিছিল। সেই একে কাৰণতে



তেখেতে ৰাজতন্ত্ৰও বেয়া বুলি কোৱা নাই। আকৌ ব্যক্তিগত সম্পত্তিৰ ফলত সমাজত আৰু ব্যক্তি-জীৱনত অধৰ্ম্ম হয় বুলি কৈও তেখেতে গোটেই সমাজকে ব্যক্তিগত সম্পত্তি ত্যাগ কৰিবলৈ, বা সকলো সম্পত্তিকে সামূহিকভাৱে ভোগ কৰিবলৈকো কোৱা নাই। বোধ হয় তেখেতে ব্যক্তিগত সম্পত্তিৰ অধিকাৰ ব্যৱস্থা উঠাই দিয়াৰ সম্ভাৱনাৰ ধাৰণা কৰিব পৰা নাছিল। সেই কাৰণে তেখেতে বিমুক্তিকামীসকলৰ কাৰণে ব্যক্তিগত সম্পত্তি আৰু অৰ্থকৰী যি কোনো বৃত্তিকেই ত্যাগ কৰি ভিক্ষুব্ৰত লোৱাৰ পথ দেখুৱাইছিল। ভিক্ষুসঙ্ঘৰ নিয়ম আৰু পৰিচালনা আদিম সামূহিক জীৱনৰ আদৰ্শত নিৰ্দ্ধাৰিত কৰিছিল। আকৌ গৃহীসকলৰ বাবে এনে ধৰণৰ শীল-ধৰ্ম্মৰ নিৰ্দ্দেশ দিছিল যাৰ ফলত সংসাৰ ধৰ্ম্ম কৰিও, বিষয়-সম্পত্তি ভোগ কৰিও মানুহে ভোগ-বাসনাৰপৰা উদ্ভৱ হোৱা স্বাৰ্থ-বুদ্ধি, সংঘাত আদিৰপৰা মুক্ত থাকিব পাৰে। তেতিয়া হ'লে সমাজৰ অৰ্থ নৈতিক আৰু ৰাজনৈতিক ভিত্তি যিয়েই নাথাকক, সেই সমাজত অহিংসা, প্ৰেম, মৈত্ৰী, কৰুণা, মুদিতা আৰু শান্তি বিৰাজ কৰিব, সদ্ধৰ্ম্মৰ পথ মুকলি হব, মানৱতাৰ জয় ঘোষিত হব। সমাজত গুণ আৰু কৰ্ম্মৰ বিভেদ থাকিলেও সংঘাত নহব, মানুহৰ অন্তৰে অন্তৰে বিচ্ছেদ নহব।

## বুদ্ধ আৰু গান্ধী

এই খিনিতেই বুদ্ধদেৱৰ ধাৰণাৰ লগত মহাত্মা গান্ধীৰ মতবাদ তুলনীয়। মহাত্মা গান্ধীয়ে মানৱ সমাজত বুদ্ধদেৱে বিচৰা মানুহে মানুহে প্ৰেম, অহিংসা, অলোভ আদিৰ সম্বন্ধৰ প্ৰতিষ্ঠাই বিচাৰে। আৰু ব্যক্তিগত সম্পত্তিৰ লোভেই সমাজত শোষণৰ আৰু তাৰ ফলত উদ্ভৱ হোৱা হিংসা, স্বাৰ্থ-সংঘাত, চৌৰ্য্য আদিৰ মূল কাৰণ সেইটো বিশ্বাস কৰে। কিন্তু গান্ধীয়ে কেৱল মানৱ-অন্তৰ শুদ্ধ কৰিবলৈকে নিবিচাৰে, যিটো বুদ্ধদেৱে বিচাৰে। গান্ধীয়ে মানুহৰ

অন্তৰৰ পৱিত্ৰতাৰ উপৰিও সমাজৰ অৰ্থনৈতিক জীৱনত যি অৰ্থ-উৎপাদন কৰা ব্যৱস্থা তাৰো পৰিৱৰ্ত্তন কৰি এক স্বয়ং-সম্পূৰ্ণ গ্ৰাম্য অৰ্থনীতিৰ ভিত্তিত মানৱ-সমাজ ৰচনা কৰিব বিচাৰে—যাতে মানৱ-সমাজত লোভ হিংসা আদিৰ উদ্ভৱ হোৱাৰ মূল কাৰণটোৱেই নাইকিয়া হৈ যায়। কিন্তু জাগতিক পৰিৱৰ্ত্তনশীলতাৰ মাজত অহিংসা আৰু সত্যৰ ভিত্তিত স্থাপিত এই ধৰণৰ স্বয়ং-সম্পূৰ্ণ গ্ৰাম্য অৰ্থনীতি স্থায়ী হৈ থাকিব পাৰিবনে—এনে ধৰণৰ প্ৰশ্ন আৰু সন্দেহ গান্ধীৰ মনত উদয় হোৱা নাছিল। কাৰণ গান্ধীয়ে সত্যক চিৰন্তন বুলি ধৰি লৈছিল আৰু সেই চিৰন্তন সত্যকেই ঈশ্বৰ বুলি মানিছিল। গতিকে সত্যৰ ভেটিত স্থাপিত সমাজো স্থায়ী নহৈ যে পৰিৱৰ্ত্তনৰ পথত নষ্ট হৈ যাব পাৰে এই সম্ভাৱনাৰ কথা তেখেতে চিন্তা কৰাই নাছিল। কিন্তু আন হাতে বুদ্ধদেৱে জাগতিক সকলো বস্তুকে ধ্বংসশীল বুলি ধাৰণা কৰাৰ কাৰণে সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ভিত্তিক এক আদৰ্শ ব্যৱস্থাৰ ওপৰত স্থাপিত কৰিব খোজা নাছিল, যদিও তেখেতে আদিম সামূহিক সমাজৰ স্থিতিকেই আদৰ্শ বুলি ভাবিছিল; আৰু সেই আদৰ্শকেই পৰিৱৰ্ত্তনশীল সমাজ-জীৱনত জীয়াই ৰাখিবলৈ তাৰ ভিত্তিত ভিক্ষু-সঙ্ঘ স্থাপন কৰিছিল আৰু সেই সমাজৰ মানসিক চৰিত্ৰ আৰু মনোবৃত্তিকে মানৱৰ চেতনাত জগাই ৰাখিবলৈ সদ্ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

বিশ্বৰীতিৰ ভিতৰুৱা হিছাপে বুদ্ধদেৱে মানৱ-সমাজকো পৰিৱৰ্ত্তনশীল বুলি ধৰিছিল যদিও এই পৰিৱৰ্ত্তনৰ কোনো বিশেষ নিয়ম বা সমাজৰ ভৱিষ্যতৰ স্বাভাৱিক গতিৰ বিষয়ে কোনো ধাৰণা তেখেতে কৰা নাছিল। সেই সময়ত তেনে ধাৰণা কৰাৰ সম্ভাৱনা একেবাৰেই কম আছিল। প্ৰাকৃতিক জগত আৰু মানৱ-জগতৰ ভিতৰত থকা পাৰ্থক্যসমূহ ঠিকমতে নিৰ্দ্ধাৰণ কৰাটো বৈজ্ঞানিক বিচাৰৰ দ্বাৰাহে সম্ভৱপৰ, আৰু বিজ্ঞানৰ উৎপত্তি হোৱাৰ বেছি দিন হোৱা নাই। মানৱ জগত আৰু মানৱেতৰ প্ৰাকৃতিক জগতৰ



ভিতৰত সংঘাত আৰু সংগ্ৰামৰ ভিতৰেদিহে যে মানৱ-সমাজ বিৱৰ্ত্তনৰ পথত আগ বাঢ়ে, মানৱ-জগত যে ক্ৰম-বিকাশৰ পথত পশু-জগতৰপৰা উদ্ভৱ হৈছে—এই আধুনিক দৃষ্টি প্ৰাক্‌বিজ্ঞান যুগত পাবলৈ বিচৰাটো অজ্ঞতাৰ পৰিচায়ক।

## বিশ্বতত্ত্ব

জগত আৰু জীৱন সম্বন্ধে বৈজ্ঞানিক জ্ঞান নথকাৰ কাৰণে আগৰ :যুগৰ মানুহৰ চিন্তাধাৰাত বিশ্বতত্ত্ব কাল্পনিক, আনুমানিক আৰু মানৱ-কেন্দ্ৰিক আছিল। পৃথিৱীৰ চাৰিওফালে গ্ৰহ-নক্ষত্ৰবোৰ ঘূৰে, পৃথিৱীৰ ওপৰত আৰু তলত নানান লোক বা জগত আছে, তাৰে সৰ্ব্বোচ্চ জগত ব্ৰহ্মলোক, পৃথিৱীৰ ওপৰৰ লোক সকলত উচ্চ স্তৰৰ জীৱ বেছি সুখত বাস কৰে, আৰু তলৰ লোকত নিকৃষ্ট জীৱসমূহে দুখত বাস কৰে—কৰ্ম্ম অনুযায়ী জীৱে এই সকল বিভিন্ন লোকত জন্ম লাভ কৰে আৰু লোকান্তৰ-গমন কৰে—এই ধৰণৰ প্ৰাচীন ভাৰতীয় জ্যোতিষ আৰু বিশ্বতত্ত্বকেই ( Cosmology ) বুদ্ধদেৱে গ্ৰহণ কৰিছিল। কিন্তু এই বিশ্বৰ ( Cosmos ) কোনো আদি কাৰণ আৰু পৰম কাৰণৰ তত্ত্ব তেখেতে নামানিছিল। এই কথা আগতেই কোৱা হৈছে। কিন্তু বুদ্ধদেৱৰ দৰ্শনত মানৱ-জীৱনৰ সত্যান্বেষণ হে মূল কথা; বাহ্যিক প্ৰকৃতিৰ আৰু বিশ্বৰ বিষয়ে তত্ত্বজ্ঞান লাভৰ কোনো মৌলিক প্ৰয়োজন বুদ্ধদেৱে অনুভৱ কৰা নাছিল আৰু তেনে ধৰণৰ মানৱ-নিৰপেক্ষ তত্ত্বজ্ঞানৰ সন্ধান বা জিজ্ঞাসাক তেখেতে মোহ-প্ৰণোদিত বুলি ধৰিছিল। মানৱ-জীৱনৰ ভৱিতব্য, লক্ষ্য, কৰ্ত্তব্য ইত্যাদিৰ মীমাংসাই আছিল বুদ্ধৰ মূল সাধনা আৰু তেখেতৰ উপলব্ধ সত্যও জীৱন-চৰ্য্যাৰেই নিৰ্দ্দেশমূলক তত্ত্ব।

কিন্তু মানৱ-জীৱন সম্বন্ধে তেখেতৰ যি জন্মান্তৰবাদ আৰু কৰ্ম্মফলত বিশ্বাস, সেইটো আজিকালিৰ বিজ্ঞানৰ দিনত বিশ্বাস

কৰা টান; আৰু বিশেষকৈ কৰ্ম্মৰ কোনো অদৃষ্ট পাৰলৌকিক ফল আৰু জন্মান্তৰ যে আছে তাৰ কোনো প্ৰমাণ কোনো ভাৰতীয় দাৰ্শনিকে দিয়া নাই। এইবোৰ বিশ্বাস ভাৰতীয় চিন্তাধাৰাত একৰকম স্বতঃসিদ্ধৰ নিচিনা আছিল। এই বিশ্বাসৰ ভিত্তি আছিল এই যে সমাজত, বংশত আৰু একে পৰিয়ালতে বিভিন্ন শিশুৰ ভিন্ ভিন্ চৰিত্ৰ স্বভাৱাদি হয়, আৰু বিভিন্ন মানুহৰ ভাগ্য বিভিন্ন ৰকমৰ হয়। দ্বিতীয়তে, সুকৰ্ম্ম কৰিও সৌভাগ্য মানুহে বহু ক্ষেত্ৰত নাপায়, আৰু আনহাতে পাপ কাম কৰিও বহুতে এই জন্মতে সুখেৰে কাল কটোৱা দেখা যায়; পুণ্যৰ শুভ ফল আৰু পাপৰ প্ৰায়শ্চিত্তৰ ব্যৱস্থা নাথাকিলে মানুহৰ বিবেক সন্তুষ্ট নহয়। গতিকে প্ৰথম কাৰণত পূৰ্ব্বজন্মত বিশ্বাস আৰু দ্বিতীয় কাৰণত পৰজন্মত বিশ্বাস প্ৰাচীন কালৰ মানুহৰ মনত স্বতঃসিদ্ধ ৰূপেই প্ৰতিভাত হয়। তাৰ উপৰি ইহজন্মত বহু বিষয়তে বঞ্চিত হলেও সুখময় জীৱনৰ প্ৰতি আকাঙ্ক্ষাই পৰজন্মৰ সম্ভাব্য সুখৰ ভাৱনাত সান্ত্বনা লাভ কৰে। কিন্তু বুদ্ধদেৱৰ চিন্তাধাৰা কুসংস্কাৰ আৰু আত্মকেন্দ্ৰিকতাৰপৰা বহুখিনি মুক্ত আছিল। তথাপিও তেওঁ জন্মান্তৰত বিশ্বাস কৰিছিল প্ৰধানতঃ বোধ হয় এই কাৰণেই যে এই জন্মই যদি একমাত্ৰ সত্য হয় আৰু জন্ম মানেই যদি দুখ হয় তেন্তে মৃত্যুই মানুহৰ মূল কাম্য হৈ পৰে। কিন্তু মানৱ-সমাজৰ এনে ধৰণৰ আত্ম-নিধন বুদ্ধই কামনা কৰা নাছিল; জীয়াই থকাৰ অৱস্থাতে মানুহক বাস্তৱ দুখৰ পৰা মুক্ত কৰিব নোৱাৰিলেও দুখৰ অনুভূতি আৰু শঙ্কাৰপৰা মানৱ চেতনাক মুক্ত কৰাৰ পথ তেখেতে দেখুৱাব খুজিছিল। তেখেতে ভৱিষ্যতৰ স্বৰ্গ-সুখ বা ব্ৰহ্মলোকৰ পৰমানন্দৰ আশা দেখুৱাই মানুহক কেৱল সান্ত্বনা বাণী শুনাব খোজা নাছিল। এই কাৰণেই বুদ্ধ মহান মানৱ-প্ৰেমী, মানৱ জীৱনৰ প্ৰকৃত মঙ্গল সাধনৰ প্ৰচেষ্টাই বুদ্ধৰ আজীৱন সাধনা আৰু তাৰ কাৰণেই তেখেতৰ সংসাৰ-ত্যাগ, ভিক্ষুত্ব-গ্ৰহণ, ধৰ্ম্ম-প্ৰচাৰ।

# তৃতীয় অধ্যা

## পালি সাহিত্য

### বিনয় পিটক

থেৰবাদী বৌদ্ধ সাহিত্যক ত্ৰিপিটক বোলা হয়; ইয়াৰ ভিতৰত আছে বিনয়, সুত্ত আৰু অভিধৰ্ম্ম পিটক। পিটক শব্দৰ ব্যুৎপত্তিগত অৰ্থ হৈছে পেড়া; পেড়াত বস্তু ভৰাই যেনেকৈ ইজনৰ হাতৰপৰা সিজনৰ হাতলৈ দিয়া হয়, সেইদৰে বৌদ্ধ বচনো এজন ভিক্ষুৰ মুখৰপৰা অন্য এজনক দিয়া হৈছিল। পিটক শব্দৰ এই পৰম্পৰাৰ অৰ্থ মজ্ঝিম নিকায়ত বৈদিক সাহিত্য ব্যাখ্যাৰ প্ৰসঙ্গত পোৱা গৈছে।

থেৰবাদীসকলে বিনয়ক ত্ৰিপিটকৰ প্ৰথম পুথি বুলি গণ্য কৰে। আজিকালিৰ পণ্ডিতসকলে অৱশ্যে সুত্তৰ পিছতহে বিনয়ৰ স্থান নিৰ্দ্দেশ কৰিছে। কিয়নো বিনয় পিটকত ঘাইকৈ বৌদ্ধ-সঙ্ঘ আৰু ভিক্ষু-ভিক্ষুণীসকলে পালিব লগা নিয়মসমূহৰ বৰ্ণনা আছে। কিন্তু এই নিয়মবোৰ ধৰ্ম্ম-প্ৰচাৰৰ পিছত আৰু সঙ্ঘ স্থাপনৰ লগে লগেহে যে সৃষ্টি হৈছিল, সেই কথা সহজেই অনুমান কৰিব পাৰি।

বিনয় পিটকত বৌদ্ধসঙ্ঘৰ আৰু মতভেদৰ ইতিহাস, আৰু বৌদ্ধ শিষ্য প্ৰশিষ্য, ভিক্ষু-ভিক্ষুণীৰ জীৱন-চৰিত বিস্তাৰিতভাৱে আছে। বৌদ্ধসঙ্ঘত নানা শ্ৰেণী আৰু সমাজৰ নানা মতৰ মানুহে যোগ দিছিল। ইয়াৰে কোনো কোনো আছিল বিদ্বান, শিক্ষিত আৰু সজ চৰিত্ৰৰ, আৰু কোনো কোনো আছিল অশিক্ষিত আৰু অসৎ স্বভাৱৰ। গতিকে সঙ্ঘত প্ৰৱেশ লাভ কৰা বিভিন্ন শিক্ষা আৰু স্বভাৱ-চৰিত্ৰৰ ভিক্ষু-ভিক্ষুণীৰ কাৰণে বুদ্ধই সুকীয়া নীতি-নিয়ম, সংযম-বিধানৰ ব্যৱস্থা কৰিব লগা হৈছিল। সেই

কাৰণে বিনয় পিটকত এফালে সমসাময়িক জীৱনৰ উজ্জ্বল চিত্ৰ সংৰক্ষিত হৈছে, আৰু অন্য পিনে বৌদ্ধ-সঙ্ঘ স্থাপন, তাৰ বিকাশ আৰু শাসন-পদ্ধতিৰ মনোৰম পৰিচয় আছে।

সঙ্ঘত প্ৰৱেশ কৰিবলৈ হলে প্ৰথমে প্ৰব্ৰজ্যা বা সন্ন্যাস-গ্ৰহণ কৰিব লাগে। তাৰ পিছত উপসম্পদা বা দীক্ষা-গ্ৰহণ। এই দুই অনুষ্ঠান সম্পূৰ্ণ হোৱা জনকহে ভিক্ষু বোলা হৈছিল। সঙ্ঘ-স্থাপনৰ প্ৰথম অৱস্থাত বৌদ্ধসঙ্ঘত নানা শ্ৰেণীৰ মানুহে যোগ দিছিল। মগধত যুদ্ধ হোৱাৰ আগন্তুক দেখিলে বহু সৈন্যই প্ৰাণৰ মায়াত সঙ্ঘত যোগ দিছিল। ৰজা বিম্বিসাৰে বুদ্ধক এই কথা জনোৱাত ৰাজ-বিষয়াক প্ৰব্ৰজ্যা দিয়া নিষিদ্ধ কৰা হৈছিল। ৰজা বিম্বিসাৰে ভিক্ষুসকলৰ কোনেও যাতে অপকাৰ নকৰে, সেই বিষয়ে আজ্ঞা প্ৰচাৰ কৰিছিল। এই সুবিধা লৈ বন্দীশালৰপৰা নানা বন্দী পলাই আহি সঙ্ঘত আশ্ৰয় লৈছিল। এই কথা জানিব পাৰি বুদ্ধই পলাতকৰ সঙ্ঘ প্ৰৱেশ নিষেধ কৰিলে। সঙ্ঘৰ ভিক্ষুসকলৰ খোৱা-বোৱাত সুখ দেখি ভালেমান দুখীয়া পৰিয়ালৰ লোকে ল'ৰা-ছোৱালীৰ সৈতে সঙ্ঘত প্ৰৱেশ কৰে। এই সৰু সৰু ল'ৰা-ছোৱালীবোৰে ৰাতিপুৱা শুই উঠিয়েই ভোক লাগিছে বুলি খোৱা বস্তু বিচাৰি চিঞৰ-বাখৰ লগাইছিল। বুদ্ধই পুৱা শুই উঠি এই চিঞৰ শুনি ভিক্ষুসকলক নিন্দা কৰি বিশ বছৰৰ তলৰ বয়সৰ লোকৰ প্ৰব্ৰজ্যা নিষেধ কৰিলে; কিয়নো এই বয়সৰ লোক ভোক-পিয়াহ, শীত-গ্ৰীষ্ম আৰু অন্য শাৰীৰিক বা মানসিক কষ্ট সহিবলৈ অক্ষম। এক পৰিয়ালৰ বাপেক আৰু পুতেকৰ বাহিৰে অন্য সকলোৰে মহামাৰিত মৃত্যু ঘটাত বাপেকে পুতেকেৰে সৈতে প্ৰব্ৰজ্যা গ্ৰহণ কৰি সঙ্ঘত প্ৰৱেশ কৰিলে। বাপেক-পুতেক দুয়ো ভিক্ষাৰ নিমিত্তে ওলাল; পিণ্ড-পাত্ৰত কিবা খাদ্য বস্তু পৰিলেই পুতেকে "দেউতা, মোক দিয়াঁ, মোক দিয়াঁ" বুলি চিঞৰে। ইয়াকে দেখি মানুহে কোৱা-কুই কৰিবলৈ ধৰিলে—"শাক্যপুত্ৰীয় শ্ৰমণসকল চৰিত্ৰহীন—এই ল'ৰাটো নিশ্চয় ভিক্ষুণীৰ সন্তান।" এই কথা কাণত পৰাত বুদ্ধই পোন্ধৰ বছৰৰ তলৰ সকলক প্ৰব্ৰজ্যা দিবলৈ নিষেধ কৰিলে। লগতে তেওঁ শ্ৰমণসকলক দশ শীল বা সদাচাৰ পালনৰ নিৰ্দ্দেশ দিলে—(১) প্ৰাণী-হত্যাৰপৰা বিৰতি, (২) অদত্ত-গ্ৰহণৰপৰা (চুৰি কৰা) বিৰতি (৩) মৈথুনৰপৰা বিৰতি, (৪) মিথ্যাবাদৰপৰা বিৰতি, (৫) মদ্যপানৰপৰা বিৰতি, (৬) অকাল ভোজনৰপৰা বিৰতি, (৭) নৃত্য-গীত-বাদ্য আৰু অভিনয় দৰ্শনৰপৰা বিৰতি, (৮) মাল্য-গন্ধ-বিলেপন-মণ্ডন-বিভূষণৰপৰা বিৰতি, (৯) ওখ আৰু বহল শয্যাৰপৰা বিৰতি আৰু (১০) সোণ-ৰূপ-গ্ৰহণৰপৰা বিৰতি।



কেইজনমান ধনী গৃহস্থই পাল পাতি ভিক্ষুসকলক নিমন্ত্ৰণ কৰি খুৱাইছিল। এজন ব্ৰাহ্মণে ইয়াকে দেখি সঙ্ঘত প্ৰৱেশ কৰিলে; কিন্তু কেইদিনমানৰ পিছত ধনীসকলৰ নিমন্ত্ৰণৰ পাল শেষ হোৱাত লগৰ ভিক্ষুসকলে ব্ৰাহ্মণক ভিক্ষাৰ নিমিত্তে পিণ্ড-পাত্ৰ লৈ ওলাবলৈ নিমন্ত্ৰণ জনালে। কিন্তু ব্ৰাহ্মণে যাবলৈ অমান্তি হৈ কলে, "মই ভিক্ষা কৰি খাবলৈ সঙ্ঘত প্ৰৱেশ কৰা নাই; তোমালোকে যদি মোক খাবলৈ দিয়া তেহে মই সঙ্ঘত থাকিম; নহলে আকৌ ঘৰলৈ উভতি যাম।" বুদ্ধই ব্ৰাহ্মণক কেৱল পেট পুৱাবৰ নিমিত্তে সঙ্ঘত প্ৰৱেশ কৰা জানি নিন্দা কৰিলে। তেতিয়াৰপৰা উপসম্পদা-প্ৰাৰ্থীক চাৰিটা নিশ্ৰয় সম্বন্ধে জ্ঞান দিবলৈ নিৰ্দ্দেশ দিলে ঃ—যথা—(১) ভিক্ষু হবলৈ হলে গোটেই জীৱন ভিক্ষাৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব; নিমন্ত্ৰণ আদি অতিৰিক্ত লাভ। (২) ভিক্ষু হোৱা জনে গোটেই জীৱন ৰাজপথ আৰু শ্মশানত পৰি থকা বস্ত্ৰ সংগ্ৰহ কৰি নিজৰ চীৱৰ প্ৰস্তুত কৰিব লাগিব; অন্য প্ৰকাৰৰ বস্ত্ৰ অতিৰিক্ত লাভ। (৩) ভিক্ষু হোৱা জনে গোটেই জীৱন গছ-তল-বাসস্থানৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব; অন্য-প্ৰকাৰ বাসস্থান অতিৰিক্ত লাভ। (৪) ভিক্ষু

হোৱা জনে গোটেই জীৱন পুতি-গোমূত্ৰ-ভেষজৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব ; অন্য প্ৰকাৰ ঔষধ-পাতি অতিৰিক্ত লাভ।

বৌদ্ধসকলে বিনয় পিটকক বৌদ্ধ শাসনৰ আয়ু বুলি বিবেচনা কৰে ; তেওঁলোকৰ মতে বিনয় পিটকৰ নিয়ম বিশুদ্ধভাৱে আচৰণ কৰা দিনলৈকে বৌদ্ধ শাসন জীৱিত থাকিব। বিনয় সম্বন্ধীয় ব্যৱস্থাৰ পৰিৱৰ্ত্তন হলেই বৌদ্ধ ধৰ্ম্মৰ বিলোপ—এয়ে তেওঁলোকৰ প্ৰবল বিশ্বাস। দ্বিতীয়তে, বিনয় পিটকৰ সকলো উপদেশ তেওঁলোকৰ মতে বুদ্ধৰ মুখ-নিঃসৃত বাণী। বিনয় পিটকৰ বিষয় যিসকলে বহলভাৱে ব্যাখ্যা কৰি গৈছে, ভাষ্যকাৰ বুদ্ধঘোষৰ (পঞ্চম শতাব্দী) মতে তাৰে প্ৰথম ছজন হৈছে—বুদ্ধ, উপালি (প্ৰথম বৌদ্ধ সঙ্গীতিত তেওঁ বিনয়ধৰ আছিল), দাসক, সোণক, সিগ্গৱ আৰু মোগ্গলিপুত্ত তিস্স।

থেৰবাদী বিনয় পিটকৰ গ্ৰন্থসমূহ হৈছে—সুত্তবিভঙ্গ, খণ্ডক আৰু পৰিবাৰ। সুত্তবিভঙ্গৰ দুই ভাগ—পাৰাজিক আৰু পাচত্তিয়। ভিক্ষু আৰু ভিক্ষুণী সংঘৰপৰা ইয়াক মহাবিভঙ্গ বা ভিক্ষু-বিভঙ্গ আৰু ভিক্ষুণী-বিভঙ্গ—এই দুই ভাগত ভগাব পাৰি। ভিক্ষু-বিভঙ্গত ভিক্ষু সম্বন্ধীয় আৰু ভিক্ষুণী-বিভঙ্গত ভিক্ষুণী সম্বন্ধীয় নিয়ম-কানুন, তাৰ বিশ্লেষণ আৰু বিৱৰণ অৰ্থাৎ কোন নিয়ম কেতিয়া, আৰু কি কাৰণত বুদ্ধই প্ৰৱৰ্ত্তন কৰিলে তাৰ ইতিহাস আছে। আখ্যানসমূহ বাদ দি কেৱল নিয়মৰ সংগ্ৰহসমূহক 'পাতিমোক্খ' বোলা হয় ; ইয়াৰো ভিক্ষু আৰু ভিক্ষুণী ভাগ আছে। বুদ্ধঘোষে পাতিমোক্খ শব্দৰ অৰ্থ প্ৰত্যেক ভিক্ষুৱে নিজ মুখেৰে (প্ৰতিমুখ) পাপ-স্বীকাৰ কৰা বুলি নিৰ্ণয় কৰিছে। কোনো কোনোৱে ইয়াৰ অৰ্থ প্ৰত্যেকে নিজৰ মুক্তি নিজে লাভ কৰা বিধি (প্ৰাতিমোক্ষ) বুলি ধৰিছে।

যিবোৰ দোষ কৰিলে সঙ্ঘৰপৰা বহিষ্কাৰ কৰা হয়, সেই-বোৰৰ উল্লেখ পাৰাজিক খণ্ডত আছে ; যিবোৰ দোষৰ বাবে মাথোন



প্ৰায়শ্চিত্ত কৰিব লাগে তাৰ বিৱৰণ পাচিত্তিয়ত আছে। পাৰাজিক আৰু পাচিত্তিয় দুয়োটা মিলি দুশ সাতাইশটা নিয়ম। দোষৰ বিৱৰণ আৰু ব্যৱস্থা আদিয়ে সৈতে থকা এই নিয়মসমূহ আঠ ভাগত ভগোৱা হৈছে—পাৰাজিকা ধম্মা ; সঙ্ঘাদিসেসা ধম্মা ; অনিয়তা ধম্মা ; নিস্সগ্গিয়া পাচিত্তিয়া ধম্মা ; পাচিত্তিয়া ধম্মা ; পটিদেসনিয়া ধম্মা, সেখিয়া ধম্মা আৰু অধিকৰণসমথা ধম্মা।

পাৰাজিকা হৈছে পৰাজয় সম্বন্ধীয় নিয়ম ; অৰ্থাৎ যিবোৰ অপৰাধৰ হেতু ভিক্ষুৰ ধৰ্ম্ম-জীৱনত পৰাজয় ঘটে। সেইবোৰ হৈছে—মৈথুন, চুৰ কৰা, মৃত্যু বা আত্মহত্যাৰ প্ৰশংসা, লাভ-সংকাৰৰ ইচ্ছা। এই চাৰিটা পাৰাজিকা ধৰ্ম্মই ভিক্ষুক নিৰ্ব্বাণ লাভত বাধা দিয়ে। এইবোৰ কাৰ্য্যত লিপ্ত থকা ভিক্ষুক সঙ্ঘৰ পৰা বহিষ্কাৰ কৰা হয়।

সঙ্ঘাদিসেসা অপৰাধত পৰা ভিক্ষু-ভিক্ষুণীয়ে ছদিন সঙ্ঘৰপৰা আঁতৰি থাকি অকলে সাধনা (মানত্ত) কৰিব লাগে ; সেই ছদিনৰ পিছত শুদ্ধ হৈ সঙ্ঘত পুনৰ প্ৰৱেশৰ আদেশ পায়। তেৰটা সঙ্ঘাদিসেসা অপৰাধৰ ভিতৰত প্ৰধান হৈছে কাম-বাসনা-যুক্ত হৈ তিৰোতাক স্পৰ্শ অথবা তিৰোতাৰ লগত কথা-বতৰা পতা ; নিজৰ প্ৰশংসাৰ দ্বাৰা তিৰোতাক অসৎ অভিপ্ৰায়ৰ অৰ্থে আকৰ্ষিত কৰা ; সঙ্ঘৰ বিনা অনুমতিত নিজৰ নিমিত্তে বিহাৰ নিৰ্ম্মাণ কৰা ; অন্যথা অন্য ভিক্ষুক পাৰাজিকা ধৰ্ম্মত অপৰাধী কৰা ; বিনা অনুমতিত গৃহস্থৰ ঘৰত প্ৰৱেশ কৰা।

অনিয়তা ধম্মা হৈছে অনিশ্চিত অপৰাধ সম্বন্ধীয়। যি বোৰ দোষ হয় নে নহয়—ঠিককৈ নিশ্চয় কৰিব নোৱাৰি সেইবোৰৰ কাৰণে লঘু দণ্ডৰ ব্যৱস্থা আছে। নিস্সগ্গিয়া পাচিত্তিয়া ধম্মা মতে অপৰাধ স্বীকাৰৰ লগে লগে প্ৰায়শ্চিত্তও কৰিব লাগে। যি বস্তুৰ সম্বন্ধে এই অপৰাধ কৰা হয়, সেই বস্তু ভিক্ষুৰপৰা ঘূৰাই লোৱাৰ নিৰ্দ্দেশ আছে। ত্ৰিশটা নিস্সগ্গিয়া পাচিত্তিয়া

অপৰাধ হৈছে ঘাইকৈ চীবৰ আৰু পিণ্ডপাত্ৰ সম্বন্ধীয়। কোনো ভিক্ষুৱে অসময়ত গৃহস্থৰ ওচৰত যদি বস্ত্ৰ ভিক্ষা কৰে, তেন্তে তেওঁ নিস্‌সগ্‌গিয়া পাচিত্তিয়া দোষত পৰিব। ভিক্ষুৱে কম্বল অথবা পাটৰ বা ছাগলীৰ নোমৰ বহা আসন সংগ্ৰহ কৰাও নিস্‌সগ্‌গিয়া পাচিত্তিয়া অপৰাধ।

পাচিত্তিয়া ধম্মা মতে প্ৰায়শ্চিত্তৰ দ্বাৰা অপৰাধ স্খলন কৰা হয়। মিছা কথা কোৱা, গালি পৰা আদি কেইবাটাও পাচিত্তিয়া দোষৰ উল্লেখ আছে। এনে অপৰাধত প্ৰায়শ্চিত্তই শাস্তি।

শ্ৰাবস্তিৰ জেতবনত অনাথপিণ্ডিকৰ আবাসত থকা কালত ভগৱান বুদ্ধই ভিক্ষুণী থুল্লনন্দাক তলৰ দোষৰ কাৰণে প্ৰায়শ্চিত্তৰ নিৰ্দ্দেশ দিছিল। থুল্লনন্দাই সঙ্গিনী ভিক্ষুণীৰ লগত এখন চীবৰ সলনি কৰিছিল। কিন্তু থুল্লনন্দাই পিছত ভিক্ষুণীক কলে— 'আৰ্য্যে, তোমাৰ চীবৰ ঘূৰাই লোৱাঁ, মোৰ চীবৰ মোক দিয়াঁ।" এই বুলি নিজৰ বস্ত্ৰ ঘূৰাই লৈ ফালি পেলালে। বুদ্ধই এই কথা জানিব পাৰি বিধান দিলে,—"কোনো ভিক্ষুণীয়ে নিজৰ বস্ত্ৰ অন্যৰ লগত এবাৰ সলনি কৰি পুনৰ যদি ঘূৰাই লয়, অথবা ঘূৰাই লৈ ফালি পেলায়, তেন্তে তেওঁ নিস্‌সগ্‌গিয় অপৰাধত পৰিব।" এই অপৰাধৰ বাবে ক্ষমা প্ৰাৰ্থনাই ( প্ৰতিদেশনা ) যথেষ্ট। বিনা নিমন্ত্ৰণে গৃহস্থৰ ঘৰত ভোজন, ভিক্ষুণীয়ে যদি ভিক্ষুসকলক খোৱাৰ সময়ত পাত্ৰত কি দিব লাগে নিৰ্দ্দেশ দিয়ে আৰু ভিক্ষু-সকলে ভিক্ষুণীক সেই নিৰ্দ্দেশ দিবলৈ বাধা নিদিয়ে—তেন্তে ভিক্ষুৰ পটিদেসনিয়া অপৰাধ ঘটে।

শিষ্টাচাৰ সম্বন্ধীয় অপৰাধ সেখিয়া ধৰ্ম্মৰ ভিতৰুৱা। ভিক্ষু-ভিক্ষুণীয়ে কেনে ধৰণৰ কাপোৰ-কানি পিন্ধি ভিক্ষাৰ কাৰণে ওলাব লাগে, কেনেকৈ শান্ত-সমাহিতভাৱে থাকিব লাগে, খাওঁতে শব্দ কৰিব নেলাগে, কথা কব নেলাগে, অন্যৰ খোৱাৰ পাত্ৰলৈ লোভেৰে চাব নেলাগে, খোৱা হাতেৰে পানী খোৱা লোটা ছুব



নেলাগে, হাঁহিব নেলাগে—এইবোৰৰ নিৰ্দ্দেশ সেখিয়া ধৰ্ম্মত আছে। তাৰ নিয়ম আৰু সেই নিয়ম-ভঙ্গৰ দণ্ড-বিধান ইয়াত দিয়া হৈছে।

সঙ্ঘত বিবাদ হলে সেই বিবাদ কেনেদৰে নিৰোধ কৰিব লাগে, সেই বিষয়ে সাতোটা নিয়ম অধিকৰণসমথাত উল্লেখ আছে। সেয়ে হৈছে—সংমুখ-বিনয়, স্মৃতি-বিনয়, অমূঢ়-বিনয়, প্ৰতিজ্ঞাত-কৰণ, যদ্‌ভূয়সিক, তৎপাপীয়সিক আৰু তিণবিত্‌থাৰক। এই বিধানসমূহৰ ব্যাখ্যা ভগৱান বুদ্ধই শিষ্য আনন্দৰ আগত এনেদৰে দিছে— "আনন্দ, সংমুখ-বিনয় কেনেকৈ সাধিত হয়? আনন্দ, ভিক্ষুৱে এয়ে ধৰ্ম্ম, এয়ে অধৰ্ম্ম, এয়ে বিনয়, এয়ে অবিনয় বুলি বিবাদ কৰে। আনন্দ, যিসকল ভিক্ষুৱে এইদৰে বিবাদ কৰে, তেওঁলোক একে ঠাইত গোট খাব লাগে। একত্ৰিত হৈ তেওঁলোকে ধৰ্ম্মৰ বিষয়ে বিচাৰ কৰিব। তেওঁলোক যিদৰে শান্ত সেইদৰে সেই অধিকৰণকো ( বিবাদ ) শান্ত কৰিব লাগে। আনন্দ, এয়ে সংমুখ-বিনয়, এনে সংমুখ-বিনয়ৰ দ্বাৰা বিবাদ নিৰোধ হয়।

"আনন্দ, যদ্‌-ভূয়সিক কেনেকৈ হয়? যদি ভিক্ষুসকলে নিজৰ ভিতৰত হোৱা বিবাদ নিজে বাস কৰা ঠাইতে নিষ্পত্তি কৰিব নোৱাৰে, তেন্তে যি আৱাসত অধিক সংখ্যক ভিক্ষুৰ বসতি তালৈ যাব। তাত সকলো ভিক্ষুকে একে লগ কৰি ধৰ্ম্ম বিচাৰ কৰিব। তেতিয়া বিবাদ উপশম হব।

"আনন্দ, তিণবিত্‌থাৰক কেনেকৈ সাধিত হয়? বিবাদ লাগিলে ভিক্ষুৱে শ্ৰমণ-বিৰুদ্ধ আচৰণ কৰে, আৰু নকব লগীয়া কথা কয়। সেই ক্ষেত্ৰত সকলো ভিক্ষু একত্ৰিত হব লাগে। একত্ৰিত হৈ এক পক্ষৰ এজন ভিক্ষুৱে নিজৰ আসনৰপৰা উঠি একান্ধত চীবৰ পেলাই হাতযোৰ কৈ সঙ্ঘক নিৱেদন কৰি কব, 'ভন্তে, সঙ্ঘই শুনক। বিবাদৰ সময়ত আমি বহু শ্ৰমণ-বিৰোধী আচৰণ কৰিলো, যদি সঙ্ঘই উচিত বুলি ভাৱে, তেন্তে মোৰ আৰু আয়ুষ্মানৰ দোষৰ বাবে

মুখ তৃণেৰে আচ্ছাদিত কৰোঁ। তেতিয়া বিপক্ষ দলেও সেইদৰে কৰিবলৈ ইচ্ছা কৰিব। এইদৰে আনন্দ, তিণবিত্থাৰক বিনয় পালন কৰা হয়।" ইত্যাদি

বিনয় পিটকৰ দ্বিতীয়ভাগ দুই খণ্ডত বিভক্ত,—মহাবগ্গ আৰু চুল্লবগ্গ। সুত্তবিভঙ্গ প্ৰধানতে নিষেধাত্মক; কিন্তু মহাবগ্গ বিধানাত্মক অৰ্থাৎ সঙ্ঘত কি দৰে চলিব লাগে তাৰ বিধি-বিধান মহাবগ্গত আছে। মহাবগ্গত গৌতমে সম্বোধি লাভ কৰাৰপৰা সঙ্ঘ স্থাপনলৈকে বৃত্তান্ত আছে। প্ৰথম খণ্ডত গৌতমে বুদ্ধত্ব পোৱাৰপৰা বাৰাণসীত ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন কৰাৰ কথা আছে।

বোধিলাভ কৰাৰ পিছত বুদ্ধ বাৰাণসীৰ ওচৰৰ ঋষিপত্তন মৃগদাৱলৈ গ'ল। ইয়াতে তেওঁ পঞ্চ ভিক্ষুৰ আগত প্ৰথম ধৰ্ম্মোপদেশ দিয়ে। তেওঁৰ প্ৰথম ধৰ্ম্ম-উপদেশৰ নাম হৈছে ধৰ্ম্ম-চক্ৰ-প্ৰৱৰ্ত্তন। বুদ্ধই পঞ্চ ভিক্ষুক সম্বোধন কৰি কলে, "হে ভিক্ষুসকল, যিসকলে প্ৰব্ৰজ্যা গ্ৰহণ কৰিছে, তেওঁলোকে দুটা পথ পৰিষ্কাৰ কৰিব লাগিব। কি কি দুটা পথ? প্ৰথমতে ভোগ আৰু কামৰ পথ ত্যাগ; এই পথ হীন, গ্ৰাম্য, নীচ, অনাৰ্য্য আৰু অনৰ্থক। দ্বিতীয় কায়-কষ্টৰ পথ ত্যাগ; এই পথ দুখময়, অনাৰ্য্য আৰু অনৰ্থক। হে ভিক্ষুসকল, এই দুই চৰম পথ ত্যাগ কৰি তথাগতই মধ্যপথৰ জ্ঞান লাভ কৰিছে। যি মধ্যপথত জ্ঞান অভিজ্ঞা হয়, সম্বোধি হয় আৰু নিৰ্ব্বাণ লাভ হয়; সেই মধ্য পথ কেনেকুৱা? এই মধ্য পথ হৈছে আৰ্য্য অষ্টাঙ্গিক মাৰ্গ অৰ্থাৎ সম্যক দৃষ্টি, সম্যক সংকল্প, সম্যক বাক্য, সম্যক কৰ্ম্ম, সম্যক জীৱিকা, সম্যক ব্যায়াম, সম্যক স্মৃতি আৰু সম্যক সমাধি।"

ভগৱান বুদ্ধই আকৌ কলে, "হে ভিক্ষুসকল, দুখৰ আৰ্য্য সত্য হৈছে—জন্ম-দুখ, জৰা-দুখ, ব্যাধি-দুখ, মৰণ-দুখ, অপ্ৰিয়ৰ লগত সংযোগ দুখ, প্ৰিয়ৰ লগত বিয়োগ দুখ, যি পাবলৈ ইচ্ছা তাক



নোপোৱাত দুখ; মুঠতে কবলৈ গলে পাঁচোটা উপাদান স্কন্ধই (ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান) দুখ।

"হে ভিক্ষুসকল, দুখৰ মূলৰ আৰ্য্য সত্য হৈছে,—তৃষ্ণাৰপৰা পুনৰ জন্ম হয়, তৃষ্ণাৰপৰা সুখ-ভোগৰ কামনা হয়, তৃষ্ণাই মানুহক এক বিষয়ৰপৰা অন্য বিষয়লৈ তৃপ্তিৰ কাৰণে চালনা কৰে। তৃষ্ণা তিনি বিধ—সুখ-তৃষ্ণা, ভৱ-তৃষ্ণা, আৰু বিভৱ-তৃষ্ণা।

"হে ভিক্ষুসকল, দুখ নিৰোধৰ আৰ্য্য সত্য হৈছে—তৃষ্ণাৰ সম্পূৰ্ণ নিৰোধ, তৃষ্ণা-ত্যাগ, আৰু ইয়াৰ বিসৰ্জ্জন। তৃষ্ণাৰপৰা মুক্তি, আৰু তাৰ উচ্ছেদ হলেই দুখৰ নিৰোধ হয়।

"হে ভিক্ষুসকল, দুখ নিৰোধ পথৰ আৰ্য্য সত্য হৈছে—আৰ্য্য অষ্টাঙ্গিক-মাৰ্গ।"

মহাবগ্গতে মহাৰাজ বিম্বিসাৰৰ উপাসকত্ব লাভৰ আৰু তেওঁৰ দ্বাৰা বুদ্ধক বেণুবন দানৰ বিৱৰণ আছে। সাৰিপুত্ৰ আৰু মৌদ্গল্যায়ন, নন্দ, ৰাহুল, আনন্দ, যশ উপালি আদিৰ প্ৰব্ৰজ্যা গ্ৰহণ বৃত্তান্ত ইয়াতে ক্ৰমানুসৰি বৰ্ণোৱা হৈছে।

ভগৱান বুদ্ধই অনুপ্ৰিয় নামৰ গ্ৰামত জিৰণি লৈছিল। সেই সময়ত কপিলবস্তু নগৰৰপৰা কেইজনমান শাক্য-বংশীয় ডেকাই উপালি নামৰ এজন নাপিতক লগত লৈ অনুপ্ৰিয় গ্ৰামত বুদ্ধৰপৰা প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ আহিছিল। বুদ্ধ যি আৰামত আছিল সেই আৰাম প্ৰৱেশ কৰাৰ পূৰ্ব্বে শাক্য-বংশীয় ডেকাসকলে নিজৰ মূল্যৱান পোছাক-পৰিচ্ছদ আৰু অলঙ্কাৰ-পাতি উপালিৰ হাতত দি সেইবোৰ কপিলবস্তুলৈ নিবলৈ নিৰ্দ্দেশ দিলে। কপিলবস্তুৰ অভিমুখে কিছু বাট গৈ উপালিয়ে ভাবিলে যে শাক্য-বংশীয় লোক-সকল যেনে খঙাল, তেওঁলোকে এই বস্তুবোৰ পাই তেৰেঁই (উপালিয়ে) ডেকাসকলৰ প্ৰব্ৰজ্যা গ্ৰহণত সহায় কৰিছে বুলি তেওঁক বধ কৰিবলৈ উদ্যত হোৱা অসম্ভৱ নহব; সেই কাৰণে উপালিয়ে কানি-কাপোৰসমূহৰ টোপোলাটো গছ এডালত বান্ধি

উভতি আহি ডেকাসকলৰ লগত নিজেও প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিলে। তেতিয়া তেওঁলোক সকলো আহি বুদ্ধৰ কাষ চাপিল। নিজৰ আভিজাত্য গৰ্ব্ব নাশ কৰিবলৈ শাক্য ডেকাসকলে উপালিকে প্ৰথমে দীক্ষা দিবলৈ গৌতম বুদ্ধক নিবেদন জনালে। বুদ্ধই সেইৰূপে দীক্ষা দিলে।

মহাবগ্গতে জীৱক কোমাৰভচ্চৰ (কৌমাৰভৃত্য) উল্লেখৰ লগতে আয়ুৰ্ব্বেদ বিজ্ঞানৰ চৰ্চ্চা আৰু সেই সময়ত তাৰ প্ৰচলনৰ ইতিহাস আছে। জীৱক সেই সময়ৰ প্ৰখ্যাত চিকিৎসক আছিল; বিশেষকৈ লৰা-ছোৱালীৰ চিকিৎসকস্বৰূপে তেওঁ বিশেষ খ্যাতি লভিছিল। মহাৰাজ বিম্বিসাৰৰো তেওঁ ৰাজবৈদ্য আছিল। জীৱকৰ চিকিৎসা-শাস্ত্ৰত নিপুণতাৰ বিষয়ে অলেখ আখ্যানৰ উল্লেখ আছে। এবাৰ ৰাজগৃহৰ ধনী সদাগৰ এজন ৰোগত আক্ৰান্ত হয়। জীৱকে তেওঁক নিজৰ নিমিত্তে এশ হাজাৰ আৰু ৰজাৰ নিমিত্তে এশ হাজাৰ স্বৰ্ণমুদ্ৰাৰ বিনিময়ত চিকিৎসা কৰিবলৈ মান্তি হ'ল। প্ৰথমে জীৱকে ৰোগীক সুধিলে যে তেওঁ প্ৰথমে সাত মাহ একাষে, অন্য-কাষে সাত মাহ আৰু শেষত সাত মাহ পিঠি পেলাই চাৰি-পাটীত পৰি থাকিব পাৰিবনে? সেইমতে থাকিবলৈ প্ৰতিশ্ৰুতি দিয়াত সদাগৰক বিছনাত বান্ধি তেওঁৰ মূৰত অস্ত্ৰোপচাৰ কৰা হ'ল। কিন্তু অস্ত্ৰোপচাৰৰ পিছত শৰীৰ ভাল পাই ৰোগীয়ে সাত মাহ নালাগে সাত দিনো বিছনাত এনে ভাৱে পৰি থাকিব নুখুজি উচপিচাবলৈ ধৰিলে। জীৱকে বাধ্য হৈ একৈশ দিনৰ মূৰত বান্ধ মোকোলাই তেওঁক উঠি-লৰি ফুৰিবলৈ দিলে। জীৱকে পিছত কলে যে সাত-মাহৰ প্ৰতিশ্ৰুতি নোলোৱাহেঁতেন ৰোগীক সাত দিনো বিছনাত ৰখা টান হলহেঁতেন।

সঙ্ঘৰ বিৱৰণৰ লগে লগে বুদ্ধ আৰু শিষ্যসকলৰ ব্যক্তিগত জীৱনৰো ভালেমান সৰু-বৰ কথা মহাবগ্গত উল্লেখ কৰা হৈছে। ভিক্ষু-ভিক্ষুণীসকলে কেনেকৈ কাপোৰ-কানি, জোতা পিন্ধিব



লাগে, কেনেকৈ বহিব লাগে, কেতিয়া আৰু কেনেকৈ শুব লাগে, কোন সময়ত কি বস্তু কেনেকৈ বহি খাব লাগে, গৃহস্থী আৰু তিৰোতাৰ লগত কি দৰে ব্যৱহাৰ কৰিব লাগে, থকা ঠাই কেনেকৈ পৰিষ্কাৰ কৰি ৰাখিব লাগে—এই বিষয়ৰ শিষ্টাচাৰ আৰু সদাচাৰ সম্বন্ধীয় ক্ষুদ্ৰানুক্ষুদ্ৰ অলেখ নিয়ম আৰু সেই নিয়মসমূহ কেতিয়া কেনেকৈ প্ৰৱৰ্ত্তন হ'ল, তাৰ বিৱৰণ আছে।

সোণ নামৰ এজন ধনীৰ সন্তান ভিক্ষু হৈছিল। সৰুৰে-পৰা আলাসত উঠাৰ হেতু শুদা ভৰিৰে ফুৰা-চকা কৰাত সোণৰ ভৰি ক্ষত-বিক্ষত হ'ল। সেই কাৰণেই বুদ্ধই তেওঁক পাদুকা ব্যৱহাৰ কৰিবলৈ নিৰ্দ্দেশ দিছিল। কিন্তু অন্য ভিক্ষুক পাদুকা পিন্ধিবলৈ নিৰ্দ্দেশ নিদিলে সোণে পাদুকা পিন্ধিবলৈ মান্তি নহল। বুদ্ধই তেতিয়া সকলো ভিক্ষুকে সাধাৰণ পাদুকা ব্যৱহাৰ কৰিবলৈ অনুমতি দিলে।

কোশল ৰাজ্যৰপৰা বুদ্ধক সাক্ষাৎ কৰিবলৈ আহোঁতে এজন ভিক্ষুৰ বাটতে অসুখ হ'ল। মানুহে ভিক্ষুক সেই অৱস্থাত বাটত দেখি গাড়ীত তুলি বুদ্ধৰ ওচৰলৈ নিবলৈ ইচ্ছা কৰিলে। ভিক্ষু কিন্তু সেই প্ৰস্তাৱত অমান্তি হ'ল। কিয়নো গাড়ী আৰোহণ বুদ্ধই নিষেধ কৰিছিল। বুদ্ধই এই কথা শুনি অসুস্থ অৱস্থাত গাড়ী আৰোহণৰ নিয়ম কৰিলে।

এবাৰ ৰাজগৃহৰপৰা দক্ষিণগিৰিলৈ যাওঁতে মগধৰ শস্য-ক্ষেত্ৰ-সমূহ ক্ষুদ্ৰ ক্ষুদ্ৰ আলিত বিভক্ত দেখি বুদ্ধই আনন্দক কলে, "আনন্দ, দেখিছানে মগধৰ শস্য-ক্ষেত্ৰসমূহ কেনে ক্ষুদ্ৰ ক্ষুদ্ৰ আলিত বিভক্ত?"

"হয় ভদন্ত!"

"আনন্দ, ভিক্ষুসকলৰ নিমিত্তে তুমি এই ক্ষেত্ৰসদৃশ চীবৰ তৈয়াৰ কৰিব পাৰিবানে?"

"হয় ভগৱান, পাৰিম।"

দক্ষিণগিৰিৰ পৰা ৰাজগৃহলৈ ঘূৰি আহি আনন্দই সৰু সৰু

কাপোৰৰ টুকুৰা সি চীবৰ তৈয়াৰ কৰি বুদ্ধক দেখুৱালে। প্ৰিয় শিষ্য আনন্দক প্ৰশংসা কৰি বুদ্ধই কলে—"ভিক্ষুসকল, আনন্দ পণ্ডিত, আনন্দ মহা প্ৰাজ্ঞ। মই যি সংক্ষেপে কওঁ আনন্দই তাৰ সবিস্তাৰ অৰ্থ ধৰিব পাৰে। আনন্দই চিলাই কাৰ্য্যও ভালদৰে জানে। চীৱৰ এনেকুৱা হোৱাই উচিত। ফটা কাপোৰৰ টুকুৰা সংগ্ৰহ কৰি এনেভাৱে চিলাই কৰি শ্ৰমণসকলৰ চীবৰ প্ৰস্তুত কৰা উচিত; এনে চীবৰত শত্ৰুৰো লোভ নহয়।"

এবাৰ ৰাজগৃহৰপৰা বৈশালীলৈ যাওঁতে বুদ্ধই বাটত কেইজন মান ভিক্ষুক চীবৰৰ টোপোলা মূৰত পিঠিত কঁকালত বান্ধি নিয়া দেখি মনে মনে ভাবিলে, "এই ভিক্ষুসকলে অতিৰিক্ত চীবৰ ব্যবহাৰ কৰিছে।" ইয়াকে ভাবি প্ৰত্যেক ভিক্ষুৱেনো কেইখন চীবৰ লোৱা উচিত, তাৰ নিয়ম প্ৰণয়ন কৰিবলৈ তেওঁ চিন্তা কৰিলে। তেতিয়া শীত কাল। বুদ্ধই এখন চীবৰ পিন্ধি মুকলি ঠাইত এৰাতি বহি থাকিল। এনে অৱস্থাত থাকোঁতে ৰাতিৰ প্ৰথম প্ৰহৰত তেওঁৰ শীত অনুভৱ নহল। দ্বিতীয় প্ৰহৰত অলপ জাৰ লগাত তেওঁ দ্বিতীয় চীবৰ গাত ললে। তৃতীয় প্ৰহৰত জাৰ অধিক হোৱাত তৃতীয় চীবৰ গ্ৰহণ কৰিলে। অৰুণোদয়ৰ লগে লগে জাৰ বেছি লগাত তেওঁ চতুৰ্থ চীবৰ ললে। এই পৰীক্ষাৰপৰা তেওঁ উপলব্ধি কৰিলে যে ত্ৰি-চীবৰেই ভিক্ষুসকলৰ প্ৰয়োজনীয় বস্ত্ৰ। তেতিয়াৰ পৰা তেওঁ ভিক্ষুসকলক ত্ৰি-চীবৰৰ অনুমতি দিলে। এই ত্ৰি-চীবৰ হৈছে অন্তৰবাসক, অৰ্থাৎ মেখেলাৰ দৰে দেহৰ তলৰ ভাগত পিন্ধা কাপোৰ; দেহৰ ওপৰ ভাগত চাদৰৰ দৰে মেৰাই লোৱা কাপোৰ হৈছে উত্তৰাসঙ্গ। কান্ধৰ ওপৰত ভাজ কৰি লোৱা কাপোৰ হৈছে সংঘাটি; এই কাপোৰ বহা আসনতো ব্যৱহৃত হয়।

ৰাজগৃহত থাকোঁতে বুদ্ধৰ এবাৰ পেটৰ অসুখ হয়। পূৰ্ব্বেও বুদ্ধৰ এনে পেটৰ অসুখ হৈছিল আৰু সেই অসুখত তেওঁ ত্ৰিকটুযাগু খাই আৰোগ্য লাভ কৰিছিল। আনন্দই এই কথা জানি আগবে



বুদ্ধৰ ৰোগী-শুশ্ৰূষা



মহাপৰিনিৰ্ব্বাণ



পৰা বুদ্ধৰ কাৰণে তিল-তণ্ডুল আৰু মগুমাহ সঞ্চয় কৰি থৈছিল। বুদ্ধৰ অসুখ হওঁতে তেওঁ তাৰে ত্ৰিকুটযাগু প্ৰস্তুত কৰি বুদ্ধক খাবলৈ দিলে। বুদ্ধই আনন্দৰ এই সঞ্চয়ৰ কথা জানি তেওঁক নিন্দা কৰিলে। দ্ৰব্য সংগ্ৰহ কৰি ৰখা, নিজ গৃহত ৰন্ধা-বঢ়া কৰা আদি অপৰাধ বুলি তেতিয়াৰপৰা নিয়ম কৰা হ'ল।

এবাৰ ৰাজগৃহত দুৰ্ভিক্ষ হোৱাত মানুহে লোণ তেল চাউল ভিক্ষুসকলৰ আৰামত উপযাচি দি গৈছিল। কিন্তু ভিক্ষুসকলে বুদ্ধৰ পূৰ্ব্বৰ নিৰ্দ্দেশ মানি এই বস্তুসমূহ তুলি নি ভিতৰত নোথোৱাত চৰাই-চিৰিকতিয়ে খাই নষ্ট কৰিলে। তেতিয়াৰপৰা আহাৰৰ সামগ্ৰী ভিতৰত থোৱাৰ নিয়ম হ'ল। আহাৰৰ বস্তু ঘৰৰ ভিতৰত থলেও ৰন্ধা-বঢ়া বাহিৰতে হৈছিল। কিন্তু নানা সন্ন্যাসীয়ে চকুৰ ওচৰত আহি চিঞৰ-বাখৰ কৰি ভিক্ষা বিচাৰিছিল। তেতিয়াৰপৰা ৰন্ধা-বঢ়াও ঘৰৰ ভিতৰত কৰাৰ নিয়ম হ'ল।

ইয়াৰ বাহিৰেও এই গ্ৰন্থত উপোসথ, বৰ্ষাবাস, পবাৰণা, আৰু কঠিন অনুষ্ঠান পালনৰ বিধি নিয়ম আছে। ভগৱান বুদ্ধৰ জীৱনৰ ভালেমান মৰ্ম্মস্পৰ্শী ঘটনাও এই গ্ৰন্থত সন্নিৱেশ হৈছে। উদাহৰণ স্বৰূপে বুদ্ধই ৰোগী ভিক্ষু এজনক শুশ্ৰূষা কৰা ঘটনাটো দিব পাৰি। ভিক্ষু এজনৰ পেটৰ অসুখ হোৱাত তেওঁ মল-মূত্ৰৰ মাজতে পৰি আছিল। ভগৱান বুদ্ধই আনন্দৰে সৈতে ভ্ৰমণ কৰিবলৈ যাওঁতে তেওঁক সেই অৱস্থাত দেখি নিজে ধুৱাই-পখালি পৰিষ্কাৰ কৰিলে। বুদ্ধই পিছত সঙ্ঘৰ আগত বেমাৰী ভিক্ষুজনৰ কথা উল্লেখ কৰি তেওঁক অন্য ভিক্ষুসকলে কিয় শুশ্ৰূষা কৰা নাছিল সেই কথা সোধাত, ভিক্ষুসকলে উত্তৰ দিলে—'সেই ভিক্ষু আমাৰ কোনো সহায়ত নাহে। গতিকে ভিক্ষুসকলে তেওঁক শুশ্ৰূষা কৰা নাই।"

বুদ্ধই তেতিয়া কলে, "হে ভিক্ষুসকল, সেৱা-শুশ্ৰূষা কৰিবলৈ

আপোনালোকৰ নিজা পিতৃ-মাতৃ নাই ; গতিকে আপোনালোকে নিজেই ইজনে সিজনৰ যদি শুশ্রূষা নকৰে, তেন্তে কোনে কৰিব ? যিসকলে মোক শুশ্রূষা কৰিবলৈ ইচ্ছা কৰে, তেওঁলোকে ৰোগীক শুশ্রূষা কৰা উচিত।”

তিষ্য নামৰ এজন ভিক্ষুৰ চৰ্ম্মৰোগ হৈছিল। ৰোগে ভয়ঙ্কৰ আকাৰ ধাৰণ কৰাত ভিক্ষুজনক বাহিৰত পেলাই থোৱা হৈছিল। বুদ্ধই তেওঁক গৰম পানীৰে গা ধুৱাই নিজেই শুকান কাপোৰ পিন্ধাই দিলে। তিষ্যৰ শৰীৰ সুস্থ হোৱাত বুদ্ধই তেওঁক দেহ-ৰক্ষা সম্বন্ধে শিক্ষা দিলে।

বুদ্ধ আলবিত থাকোঁতে এজন দুখীয়া মানুহ সদায় তেওঁৰ উপদেশ শুনিবলৈ আহে। এদিন উপদেশৰ সময়ত সেই মানুহজনক নেদেখি বুদ্ধই উপদেশ আৰম্ভ নকৰি তেওঁলৈ বাট চাই ৰ'ল। মানুহজনৰ গৰু এটা হেৰাইছিল ; গৰুটো বিচাৰি পোৱা মাত্ৰকে তেওঁ অনাহাৰ আৰু ক্লান্ত শৰীৰেৰে বুদ্ধৰ ওচৰলৈ ধৰ্ম্মোপদেশ শুনিবলৈ আহিল। বুদ্ধই মানুহজনৰ ক্লান্ত অৱস্থা দেখি ভিক্ষুসকলক কিছু আহাৰ দিবলৈ নিৰ্দ্দেশ দিলে, আৰু মানুহজনৰ আহাৰ শেষ নোহোৱালৈকে বুদ্ধই উপদেশ আৰম্ভ নকৰিলে। সাধাৰণ মানুহ এজনৰ সুখ-দুখৰ প্ৰতি লক্ষ্য ৰাখি ধৰ্ম্মোপদেশ বন্ধ কৰাত কোনো কোনো ভিক্ষুৱে বুদ্ধক দোষাৰোপ কৰিলে। বুদ্ধই সেই কথা গম পাই কলে, “ভিক্ষুসকল, ভোকৰ সমান কষ্টদায়ক পীড়া নাই। এই যন্ত্ৰণাত কাতৰ হোৱা জনৰ পক্ষে ধৰ্ম্মোপদেশত মন দিয়া অসম্ভৱ।” সেই কাৰণেইহে বুদ্ধই প্ৰথমে ক্ষুধা-যন্ত্ৰণা দূৰ কৰি উপদেশ আৰম্ভ কৰিছিল।

সাৰিপুত্ৰ, মৌদ্‌গল্যায়ন, আনন্দ আৰু অন্যান্য ভিক্ষুসকলৰ বিষয়েও অনেক আখ্যান বিনয় পিটকত আছে। এবাৰ বুদ্ধপুত্ৰ ৰাহুলক লগত লৈ সাৰিপুত্ৰই নিজৰ মাতৃগৃহ নালন্দালৈ গৈছিল। আহাৰ-গ্ৰহণৰ সময়ত তেওঁৰ মাতৃ ৰূপসাৰিয়ে সংসাৰ ত্যাগ কৰি



ভিক্ষু হোৱাৰ নিমিত্তে সাৰিপুত্ৰক তিৰস্কাৰ কৰিছিল। সাৰিপুত্ৰই মাকৰ নিন্দা শুনি উচ্চবাচ্য নকৰি নিঃশব্দে আহাৰ সমাপন কৰিলে। নালন্দাৰপৰা ঘূৰি আহি বুদ্ধক এই কথা জনোৱাত বুদ্ধই সাৰিপুত্ৰক অনেক প্ৰশংসা কৰিলে।

এবাৰ বুদ্ধ বৈশালীৰপৰা শ্ৰাবস্তিলৈ গৈছিল। তেওঁৰ লগতে ষড়্‌বৰ্গীয় ভিক্ষুসকলে গৈ বাসস্থানৰ সকলো স্থান অধিকাৰ কৰিলে। সেই ৰাতি সাৰিপুত্ৰও বৈশালীলৈ বুদ্ধৰ ওচৰলৈ গৈছিল। কিন্তু বাসস্থানত ৰাতি যাপনৰ স্থান নেপাই তেওঁ গছৰ তলতে পৰি থাকিল। পুৱা ঘৰৰ বাহিৰত কাৰোবাৰ কাহ শুনি বুদ্ধই সুধিলে—“বাহিৰত কোন ?”

“ভদন্ত, মই সাৰিপুত্ৰ।”

বুদ্ধই বাহিৰলৈ ওলাই আকৌ সুধিলে, “সাৰিপুত্ৰ তুমি ইয়াত আছা কিয় ?”

সাৰিপুত্ৰই ৰাতিৰ ঘটনা বৰ্ণনা কৰাত বুদ্ধই ষড়্‌বৰ্গীয় ভিক্ষুসকলক সাৰিপুত্ৰক ৰাতি যাপনৰ কাৰণে স্থান এৰি নিদিয়াত তিৰস্কাৰ কৰিলে।

চুল্ল(ক্ষুদ্ৰ)বগ্‌গ মহাবগ্‌গতকৈ আকাৰত চুটি ; ইয়াত বাৰটা খণ্ড আছে। প্ৰায়বোৰেই বিধি-নিষেধ-সম্বন্ধীয় ; লগতে বুদ্ধৰ জীৱনৰ ঘটনা সংযোজিত হৈছে। চুল্লবগ্‌গৰ দশম খণ্ডত কেৱল ভিক্ষুণী সম্বন্ধীয় নিয়ম আৰু জানিব লগীয়া বিষয় আছে।

বুদ্ধই প্ৰথমে তিৰোতাক বৌদ্ধসঙ্ঘত যোগ দিবলৈ সম্মতি দিয়া নাছিল। আনন্দৰ অনুৰোধতহে মহাপ্ৰজাপতি গৌতমী আৰু তেওঁৰ লগত অহা শাক্যবংশীয় পাঁচ শ তিৰোতাক সঙ্ঘত যোগ দিবলৈ তেওঁ অনুমতি দিয়ে আৰু তেতিয়াৰ পৰাই ভিক্ষুণী সঙ্ঘ স্থাপিত হয়। কিন্তু তিৰোতাক সঙ্ঘত প্ৰৱেশ কৰিবলৈ দিলে সঙ্ঘত কি কুফল ঘটিব তাক ভৱিষ্যদ্বাণী কৰি বুদ্ধই কৈছিল—“আনন্দ, যদি তিৰোতাক সঙ্ঘত প্ৰৱেশৰ অধিকাৰ দিয়া

নহয়, যদি তেওঁলোকে সংসাৰ ত্যাগ কৰি ভিক্ষুণী হৈ তথাগতৰ ধৰ্ম্ম আৰু নিয়ম পালনৰ অনুমতি নেপায়, তেন্তে বুদ্ধৰ ধৰ্ম্ম বিনয় দীৰ্ঘ-কাল প্ৰৱৰ্ত্তিব, ধৰ্ম্ম সহস্ৰ বছৰ স্থায়ী হব। কিন্তু আনন্দ, তিৰোতাৰ প্ৰৱেশৰ হেতু সঙ্ঘৰ আয়ু হ্ৰাস হব। ধৰ্ম্ম দীৰ্ঘস্থায়ী নহব, মাত্ৰ পাঁচ শ বছৰহে স্থায়ী হব।" দুৰ্ব্বল নাৰীৰ নিমিত্তে সন্ন্যাস মাৰ্গ সুগম নহয়; সেই কাৰণেই বুদ্ধই তিৰোতাৰ নিমিত্তে কঠোৰ বিধি-নিষেধৰ ব্যৱস্থা কৰিলে। সঙ্ঘত যোগ দিয়া তিৰোতাই আঠোটি নিয়ম পালিবলৈ মান্তি হব লাগিছিল; সেয়ে হৈছে,—

(১) এশ বছৰীয়া ভিক্ষুণীয়েও নতুন ভিক্ষুক সম্মান কৰিব লাগিব।

(২) ভিক্ষু নোহোৱা ঠাইত ভিক্ষুণীয়ে বৰ্ষাবাস কৰিব নোৱাৰিব।

(৩) উপোসথ-উৎসৱ পালন দিন সম্বন্ধে ভিক্ষুণীয়ে প্ৰতি অৰ্দ্ধমাহত ভিক্ষুসঙ্ঘক সুধিব লাগিব।

(৪) ভিক্ষুণীয়ে বৰ্ষাবাসৰ পিছত পবৰনা উৎসৱ পালন কৰিব।

(৫) গুৰুতৰ অপৰাধ কৰিলে ভিক্ষুণীয়ে দুই সঙ্ঘৰ ওচৰত মানত্ত পালন কৰিব লাগিব।

(৬) দুবছৰ ছটা শীল পালন কৰাৰ পিছতহে ভিক্ষুণীয়ে ভিক্ষুণীসঙ্ঘৰ ওচৰত উপসম্পদা গ্ৰহণ কৰিব পাৰিব।

(৭) ভিক্ষুণীয়ে ভিক্ষুক নিন্দা কৰিব নোৱাৰিব।

(৮) ভিক্ষুণীয়ে ভিক্ষুৰ লগত কথা-বতৰা পাতিব নোৱাৰে; কিন্তু ভিক্ষুৱে ভিক্ষুণীক উপদেশ দিব পাৰিব।

ভিক্ষুণীসকলে পালিব লগা আৰু কৰিব নলগা কিছুমান আচৰণ হৈছে—ভিক্ষুণীয়ে অলঙ্কাৰ পিন্ধিব নোৱাৰে; নগ্ন অৱস্থাত স্নান কৰিব নোৱাৰে; নৃত্য, গীত, বাদ্যত যোগ দিব নোৱাৰে;



ৰাজপ্ৰাসাদ, ৰাজোদ্যান, আমোদোদ্যান, চিত্ৰশালা দৰ্শন কৰিব নোৱাৰে; ৰাজপথত কোনো মানুহৰ লগত কথা-বতৰা নিষেধ; ভিক্ষুণীয়ে গৃহস্থ অথবা গৃহস্থৰ পুত্ৰৰ লগত সম্পৰ্ক ৰাখিব নোৱাৰে; কোনো নিৰ্দ্দিষ্ট পৰিয়ালৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখিব নোৱাৰে, গৃহস্থ অথবা পৰিব্ৰাজক অথবা পৰিব্ৰাজিকাক নিজ হাতেৰে আহাৰ দিব নোৱাৰে। ভিক্ষুৰ বিনা অনুমতিত ভিক্ষু থকা বিহাৰত প্ৰৱেশ কৰিব নোৱাৰে; ইন্দ্ৰিয়ৰ বশৱৰ্ত্তী হৈ গৃহস্থ বা ভিক্ষুৰ দেহ স্পৰ্শ কৰিব নোৱাৰে; বৰ্ষাকালত এঠাইৰপৰা অন্য ঠাইলৈ যাব নোৱাৰে; বৰ্ষাৰ পিছত বিহাৰত থাকিব নোৱাৰে; ৰাতি অকলে কলৈকো যাব নোৱাৰে; জীৱিকা-নিৰ্ব্বাহৰ নিমিত্তে নিজে কোনো শিল্প শিক্ষা কৰিব নোৱাৰে, অথবা আনকো শিকাব নোৱাৰে, ইত্যাদি।

একাদশ আৰু দ্বাদশ আধ্যাত ৰাজগৃহ আৰু বৈশালীত বহা প্ৰথম আৰু দ্বিতীয় সঙ্গীতিৰ বিৱৰণ আছে। কোনো কোনো পণ্ডিতৰ মতে এই দুই আধ্যা পিছত সংযোজিত। চুল্লবগ্গত কম্মবাচাৰ উল্লেখ আছে; এইবোৰ হৈছে পালিব লগীয়া আচৰণৰ তালিকা।

পৰিবাৰ বা পৰিবাৰপাঠ বিনয় পিটকৰ শেষ ৰচনা। পৰিবাৰত বিনয় পিটকৰ বিষয়সমূহ সংক্ষিপ্তভাৱে উল্লেখ কৰা হৈছে; ই উনৈশ আধ্যাত সমাপ্ত। এই গ্ৰন্থ দীপ নামৰ থেৰই সংগ্ৰহ কৰা বুলি অনুমান কৰা হয়।

ব্যক্তিগত সাধনা আৰু সঙ্ঘৰ উন্নতিৰ কাৰণে বিনয় পিটকৰ বিধি-বিধান সমূহৰ যি প্ৰয়োজন সেই কথা ভগৱান বুদ্ধই বিনয় পিটকৰ পাৰাজিকাত কৈছে,—"হে ভিক্ষুসকল, দহোটা কথালৈ লক্ষ্য ৰাখি ভিক্ষুসকলৰ উপকাৰৰ নিমিত্তে মই বিনয়ৰ শিক্ষাপদ-সমূহ প্ৰৱৰ্ত্তন কৰিছোঁ। সেয়ে হৈছে সঙ্ঘৰ ভালৰ নিমিত্তে, সঙ্ঘৰ মঙ্গলৰ নিমিত্তে, উচ্ছৃঙ্খল পুৰুষৰ নিগ্ৰহৰ নিমিত্তে, শুদ্ধ ভিক্ষুৰ

সুখ-বিহাৰৰ নিমিত্তে, এই জন্মৰ চিত্তৰ সংশোধনৰ অৰ্থে, জন্মান্তৰৰ চিত্ত সংশোধনৰ কাৰণে, অসুখীক সুখী কৰিবলৈ, সুখীৰ অধিকতৰ সুখ বঢ়াবলৈ, সুকৰ্ম্মৰ চিৰস্থিতিৰ নিমিত্তে, আৰু সংযমৰ ( বিনয় ) সহায় কৰিবলৈ ।"

বিনয় পিটকৰ প্ৰভাৱ কেৱল ভাৰতৰ বৌদ্ধ সমাজৰ মাজতে আবদ্ধ নাছিল। শ্যাম, ব্ৰহ্ম, তিব্বত, চীন, জাপান আদি দেশতো ভগৱান বুদ্ধই নিৰ্দ্দেশ কৰা এই সদাচাৰ সমূহে প্ৰচাৰ লাভ কৰিছিল। বিভিন্ন বৌদ্ধ সম্প্ৰদায়ৰ মাজত প্ৰচলিত বিনয় পিটকৰ কেইবাখনো অনুবাদ চীন সাহিত্যত পোৱা গৈছে। ইয়াৰ ভিতৰত ধৰ্ম্মগুপ্তিক সম্প্ৰদায়ৰ বিনয়ৰ অনুবাদ শিবুন-ৰিৎসু জাপান আৰু চীনৰ বৌদ্ধসমাজত অধিকতৰ প্ৰিয়। বিনয় পিটকৰ পাতিমোক্‌খসমূহ তিব্বতী ভাষাৰ "সো-সোৰ্-থৰ্-পা" নামৰ পুথিত সংকলিত হৈছে। তিব্বতৰ প্ৰত্যেক বিহাৰতে আজিও পূৰ্ণিমাৰ দিনা পাতিমোক্‌খ সমস্বৰে গোৱা হয়।





## সুত্ত-পিটক

বৌদ্ধ ধৰ্ম্ম অধ্যয়নৰ কাৰণে সুত্ত-পিটক অপৰিহাৰ্য্য। সুত্ত-পিটকৰ কথোপকথনমূলক আখ্যান, বুদ্ধৰ উপদেশ আৰু গাথা-সমূহ ভাৰতীয় সাহিত্যৰো উৎকৃষ্ট সম্পদ। ভগৱান বুদ্ধই জীৱন-ব্যাপি প্ৰচাৰ কৰা উপদেশমালা আৰু ধৰ্ম্মসম্বন্ধীয় আলোচনা সুত্ত-পিটকত সংগৃহীত হৈছে।

গৌতম বুদ্ধই জীৱন-কালত যি যি স্থান পৰিভ্ৰমণ কৰিছিল, যিসকল ৰজা-মহাৰজা আৰু সমসাময়িক ধৰ্ম্ম-প্ৰচাৰকৰ লগত তেওঁৰ পৰিচয় ঘটিছিল, যিসকল শিষ্য-প্ৰশিষ্যৰ সহায়ত ধৰ্ম্ম প্ৰচাৰ কৰিছিল, তাৰ বিস্তৃত কাহিনী সুত্ত-পিটকত আছে। সুত্ত-পিটকৰদ্বাৰাই ভগৱান বুদ্ধৰ মহত্বপূৰ্ণ জীৱনৰ সকলো তথ্য সংগ্ৰহ কৰিব পাৰি।

সংস্কৃতত সূত্ৰ অৰ্থ হৈছে স্বল্পাক্ষৰৰ বচন; পালি ভাষাত এই শব্দৰ অৰ্থ সুকীয়া; ই বিস্তাৰিত ব্যাখ্যাহে বুজায়। সেই কাৰণে সুত্ত-পিটকৰ এটা এটা সুত্ত একোখন সুকীয়া গ্ৰন্থ।

সুত্ত-পিটক পাঁচোটা নিকায়ত ( সংগৃহীত বচন ) বিভক্ত— (১) দীঘ নিকায়, (২) মজ্‌ঝিম নিকায়, (৩) সংযুত্ত নিকায়, (৪) অংগুত্তৰ নিকায়, (৫) খুদ্দক নিকায়। প্ৰথম চাৰি নিকায়ত কথোপকথন ৰূপত বুদ্ধৰ ধৰ্ম্মসমূহ আলোচনা কৰা আছে। ইয়াৰে কোনো কোনোটোত বুদ্ধই নিজে দিয়া উপদেশ আৰু কোনোটোত তেওঁৰ প্ৰিয় শিষ্য সাৰিপুত্ত, আনন্দ আদিয়ে কৰা ধৰ্ম্মৰ ব্যাখ্যা আছে। প্ৰত্যেক সুত্ততে প্ৰাসঙ্গিক কথা অৰ্থাৎ সেই সুত্ত কি প্ৰসঙ্গত, কোন সময়ত, কোন স্থানত কোৱা হৈছিল আৰু তাৰ ফলত ভিক্ষু বা অন্যান্য শ্ৰোতাৰ কি মানসিক পৰিৱৰ্ত্তন ঘটিছিল তাৰ বিৱৰণ আছে। এই সুত্তসমূহৰ প্ৰায়বোৰেই গদ্যত ৰচনা কৰা যদিও কোনো কোনো সুত্তত মাজে মাজে গাথাও সন্নিৱেশ হৈছে।

দীঘ নিকায় দীঘল সুত্তসমূহৰ সংগ্ৰহ। এই নিকায় সীলক্খন্ধ, মহাবগ্গ আৰু পাথেয় বা পাটিকবগ্গ—এই তিনি ভাগত বিভক্ত। সৰ্ব্বমুঠ ইয়াত চৌত্ৰিশটা সুত্ত আছে। তাৰে একৰপৰা বাৰলৈকে সীলক্খন্ধত, চৈধ্যৰপৰা তেইশলৈকে মহাবগ্গ, চৌব্বিশৰপৰা চৌত্ৰিশলৈকে পাটিকবগ্গত আছে। সীলক্খন্ধৰ প্ৰায়বোৰ সুত্তই গদ্যত ৰচিত; মাজে মাজে মাত্ৰ দুই-এটি গাথা আছে। মহাবগ্গ আৰু পাটিকবগ্গৰ অধিকাংশ সুত্ত গদ্য-পদ্য মিশ্ৰিত। পাটিকবগ্গৰ মহাসময় সুত্ত আৰু আটানাটিয় সুত্ত সম্পূৰ্ণ পদ্যত ৰচিত। সীলক্খন্ধত শীল, সমাধি আৰু প্ৰজ্ঞা সম্বন্ধীয় উপদেশ আৰু তাৰ কাহিনী আছে। এই সুত্তসমূহত বৌদ্ধযুগৰ সামাজিক আৰু ধাৰ্ম্মিক জীৱনৰ পৰিচয় পায়। মহাবগ্গৰ প্ৰত্যেক সুত্তৰ নাম মহা শব্দেৰে আৰম্ভ হৈছে। সেইকাৰণে ইয়াক মহাবগ্গ বোলা হয়। পাটিক সুত্তৰে আৰম্ভ হোৱাৰ কাৰণে পাটিকবগ্গ নাম হৈছে।

দীঘ নিকায়ৰ সীলক্খন্ধৰ ভিতৰত ব্ৰহ্মজাল সুত্ত, সামঞ্ঞফল সুত্ত, অম্বট্ঠ সুত্ত, সোনদণ্ড সুত্ত, কূটদন্ত সুত্ত, মহালি সুত্ত, জালিয় সুত্ত, কস্সপসীহনাদ সুত্ত, পোট্ঠপাদ সুত্ত, সুভ সুত্ত, কেৱট্ঠ সুত্ত, লোহিচ্চ সুত্ত, তেবিজ্জ সুত্ত আছে। ব্ৰহ্মজাল সুত্তত প্ৰাক্-বৌদ্ধযুগৰ ভাৰতীয় ধাৰ্ম্মিক আৰু সামাজিক জীৱনৰ ইতিহাস পোৱা যায়। ব্ৰহ্মজাল সুত্তৰ অৰ্থ হৈছে শ্ৰেষ্ঠজাল স্বৰূপ বুদ্ধ-উপদেশ। যেনেকৈ জালত মাছ ধৰা হয়, সেইদৰে বুদ্ধৰ ধৰ্ম্মই সমসাময়িক বিভিন্ন মিথ্যা দৃষ্টিৰ মতসমূহ ধৰিছিল অৰ্থাৎ সেই-বোৰক শ'লঠেকত পেলাইছিল। এই সুত্তৰ মতে সেই সময়ৰ ভাৰতত প্ৰায় ৬২টা বিভিন্ন ধৰ্ম্মমত আছিল। এইবোৰক পাঁচ ভাগত ভগোৱা হৈছে, শাশ্বতবাদ, নিত্যতা-অনিত্যতাবাদ, সান্ত-অনন্তবাদ, অকাৰণবাদ, আৰু অমৰাবিক্ষেপবাদ।

সামঞ্ঞফল সুত্তত নিজ পিতৃ-হত্যাৰ পিছত মগধৰাজ



অজাতশত্ৰুৰে চিত্ত-শান্তিৰ কাৰণে বুদ্ধত শৰণ লোৱাৰ কাহিনী আছে। এই প্ৰসঙ্গতে সমসাময়িক ছজন প্ৰসিদ্ধ ভাৰতীয় দাৰ্শনিকৰ উল্লেখ আৰু তেওঁলোকৰ ধৰ্ম্মমতৰ বিশ্লেষণো কৰা হৈছে। সেই ছজন আচাৰ্য্য হৈছে,—পুৰাণ কাশ্যপ, মক্খলি গোসাল, অজিত কেশকম্বলী, পকুধ কাত্যায়ন ( কাচ্চায়ন ), নিগণ্ঠ নাথপুত্ৰ, সঞ্জয় বেলট্ঠি পুত্ৰ। পুৰাণ কাশ্যপৰ ধৰ্ম্ম-মতৰ লগত সাংখ্য দৰ্শনৰ বহু সাদৃশ্য আছে। মক্খলি গোসালৰ মতত ভাগ্যকে প্ৰাধান্য দিয়া হৈছিল; তেওঁৰ মতে যি ঘটিব লগা আছে সি ঘটিবই; জীৱৰ সুখ-দুখ সম্পূৰ্ণভাৱে নিয়তিৰ অধীন। অজিত কেশকম্বলী আছিল নাস্তিকবাদী। পিঠিত কুঁজ ( ককুদ ) থকাৰ কাৰণে কাত্যায়নক ( কাচ্চায়ন ) পকুধ আখ্যা দিয়া হৈছিল। পকুধ কাত্যায়নৰ মতে সাতটি পদাৰ্থৰ সংযোগ আৰু বিয়োগৰ ওপৰতে পৃথিৱীৰ সৃষ্টি-স্থিতি-ধ্বংস নিৰ্ভৰ কৰে। সেই পদাৰ্থসমূহ হৈছে—ক্ষিতি, অপ, তেজ, বায়ু, সুখ, দুখ আৰু জীৱাত্মা। নিগণ্ঠ নাতবংশীয় ক্ষত্ৰিয়; পাপমুক্ত বুলি তেওঁক নিগণ্ঠ নাম দিয়া হৈছিল। সঞ্জয় বেলট্ঠি পুত্ৰ সংশয়বাদী আছিল। তেওঁৰ মতে পৰম তথ্য সম্বন্ধে, যেনে জগত নিত্য অথবা অনিত্য, জগত সাদি অথবা অনাদি, মৃত্যুৰ পিছত আত্মাৰ অস্তিত্ব আছেনে নাই, ইত্যাদি শেষ সিদ্ধান্তত উপনীত হোৱা অসম্ভৱ; এইবোৰ তথ্য সদায় সংশয়েৰে আচ্ছাদিত।

অম্বট্ঠ সুত্তত অম্বট্ঠ নামৰ ব্ৰাহ্মণৰ লগত ভগৱান বুদ্ধৰ কথোপকথন আছে। ব্ৰাহ্মণ বংশত জন্ম হোৱাৰ হেতু অম্বট্ঠই বুদ্ধৰ ওচৰত গৰ্ব্ব কৰি অশিষ্ট আচৰণ কৰিছিল। এই সুত্তত জাতি সম্বন্ধে বুদ্ধৰ মত ব্যাখ্যা কৰা হৈছে। সোনদণ্ড সুত্ততো, সোনদণ্ড ব্ৰাহ্মণৰ লগত হোৱা আলোচনাত বুদ্ধই জাতিবাদ খণ্ডন কৰিছে। কূটদন্ত সুত্তত কূটদন্ত নামৰ ব্ৰাহ্মণ আৰু তেবিজ্জ সুত্তত বাশিষ্ঠ আৰু ভাৰদ্বাজ নামৰ ব্ৰাহ্মণৰ লগত যাগ-যজ্ঞ আৰু বেদৰ জ্ঞান সম্বন্ধে

আলোচনা আছে। মহাবগ্‌গ খণ্ডত মহাপদান, মহানিদান, মহাপৰিনিৰ্ব্বাণ, মহাস্থদস্‌সন, জনবসভ, মহাগোবিন্দ, মহাসময়, চক্ক পঞ্‌হ, মহাসতিপট্‌ঠান, আৰু পায়াসিৰাজাঞ্‌ঞ সুত্ত আছে। মহানিদানত প্ৰতীত্যসমুৎপাদৰ বিস্তৃত বিৱৰণ আছে। প্ৰতীত্য-সমুৎপাদৰ অৰ্থ হৈছে এটিৰ সহায়ত আনটিৰ উৎপত্তি। বৌদ্ধ দৰ্শনত প্ৰতীত্যসমুৎপাদৰে ব্যাখ্যা দিছে—

অস্মিন্ সতীদং ভৱতি অস্যোৎপাদাৎ, ইদমুৎপদ্যতে।

অৰ্থাৎ এটা কাৰণৰ হেতু অন্যটো ঘটে, এটাৰ উৎপত্তিত আনটোৰ উৎপত্তি; অৰ্থাৎ প্ৰত্যেক উৎপত্তিৰ প্ৰতি এটা হেতু বা কাৰণ আছে, অহৈতুকী উৎপত্তি অসম্ভৱ। এই নিয়মৰ ব্যাখ্যাত দুখৰ মূল কাৰণ নিৰ্দ্দেশ কৰোঁতে বুদ্ধই দুখ-সমুদয়ৰ বাৰটা কাৰ্য্য-কাৰণ-পৰম্পৰাৰ বিষয়ে কৈছে। সেয়ে হৈছে—অবিদ্যা, সংস্কাৰ, বিজ্ঞান, নামৰূপ, ষড়ায়তন, স্পৰ্শ, বেদনা, তৃষ্ণা, উপাদান, ভৱ, জাতি আৰু জৰা-মৰণ। অবিদ্যা হৈছে অজ্ঞান। জগত দুখময়, সেই দুখৰ স্বভাৱ, কাৰণ, উৎপত্তিৰ কাৰণ, বিনাশ আৰু তাৰ উপায় সম্বন্ধে অজ্ঞানতাই হৈছে অবিদ্যা। কাৰ্য্য-কাৰণ-পৰম্পৰা আৰু বহিৰ্জ্জগতৰ লগত পঞ্চেন্দ্ৰিয়ৰ সংস্পৰ্শ ঘটি যিসমূহ ধৰ্ম্মৰ উৎপত্তি হয়, তাৰ বিষয়ে অজ্ঞতাও হৈছে অবিদ্যা; অবিদ্যাৰপৰাই সংস্কাৰৰ উৎপত্তি। বহিৰ্জ্জগতৰ লগত দেহ, বাক্য আৰু মনৰ সংযোগ স্থাপনতে সংস্কাৰৰ জন্ম। সংস্কাৰৰ জন্মৰ লগে লগে পঞ্চেন্দ্ৰিয় আৰু মনৰ ক্ৰিয়া আৰম্ভ হয়; তাৰেপৰাই বিজ্ঞানৰ উৎপত্তি। প্ৰকৃতিৰ লগত পঞ্চেন্দ্ৰিয় আৰু মনৰ সংযোগ ঘটিলেই নামৰূপৰ উৎপত্তি হয়। বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞানৰ সমষ্টিয়েই হৈছে নাম; চাৰিটা মহাভূত (ক্ষিতি, অপ্, তেজ, মৰুৎ) আৰু চতুৰ্ম্মহা-ভূতাত্মক বস্তুকেই ৰূপ বোলা হয়। এই দুইৰ উৎপত্তিতে পুৎগল বা ব্যক্তিত্বৰ জন্ম। নামৰূপৰ উৎপত্তি হলেই জীৱৰ ষড়ায়তন অৰ্থাৎ চকু, কাণ, ঘ্ৰাণ, জিহ্বা, কায়, মন—এই ষড়েন্দ্ৰিয়ৰ উদ্ভৱ হয়।



এই ইন্দ্ৰিয়সমূহৰ উদ্ভৱ হলেই বহিৰ্জ্জগতৰ লগত জীৱৰ স্পৰ্শ বা সংযোগ ঘটে। এই সংস্পৰ্শই হৈছে দুখ-সুখ আদি বেদনা বা অনুভূতিৰ উৎপত্তি-কাৰক। এই বেদনা বা অনুভূতিয়েই হৈছে তৃষ্ণাৰ কাৰণ। এই তৃষ্ণা তিনি বিধ,—কাম-তৃষ্ণা, ৰূপ-তৃষ্ণা আৰু অৰূপ-তৃষ্ণা। তৃষ্ণাৰপৰা উপাদান বা গ্ৰহণ কৰাৰ আকাঙ্ক্ষা জন্মে। উপাদানেই হৈছে ভৱ বা জন্ম-গ্ৰহণৰ আকাঙ্ক্ষাৰ কাৰণ। এই কাৰণৰ হেতু জীৱই জাতি বা জন্মান্তৰ গ্ৰহণ কৰিবলৈ বাধ্য হয়, আৰু জৰা-মৰণ আদি পায়। গতিকে জীৱৰ দুখময় সংসাৰৰ মূলতে হৈছে এই কাৰ্য্য-কাৰণ শৃঙ্খলাসমূহ।

মহাসতিপট্‌ঠানত চাৰি স্মৃতি প্ৰস্থান (স্মৃতি বা মনোযোগ) সম্বন্ধীয় যেনে,—কায়ানুপশ্যনা, বেদনানুপশ্যনা, চিত্তানুপশ্যনা, ধৰ্ম্মানুপশ্যনা সম্বন্ধে বিশদ ব্যাখ্যা আছে। এই চাৰি প্ৰকাৰৰ স্মৃতি লাভ কৰিলে, অৰ্থাৎ দেহ, বেদনা, চিত্ত আৰু ধৰ্ম্মৰ অস্থায়িত্ব বা ক্ষণস্থায়িত্ব সম্বন্ধে যথাৰ্থ জ্ঞান হলে চাৰি আৰ্য্যসত্য আৰু নিৰ্ব্বাণ লাভ কৰিব পাৰি। মহাসতিপট্‌ঠানৰ অন্তৰ্গত মহা-পৰিনিব্বান সুত্তই সকলোতকৈ অধিক মহত্বপূৰ্ণ। এই সুত্তত ভগৱান বুদ্ধৰ অন্তিম কালৰ কাহিনী মৰ্ম্মস্পৰ্শী ভাষাত লিপিবদ্ধ কৰা হৈছে। এই সুত্তৰ প্ৰধান প্ৰধান আখ্যানসমূহ হৈছে,—অজাতশত্ৰুৰ বজ্জীসকলৰ বিপক্ষে কৰা অভিযান, বুদ্ধৰ অন্তিম যাত্ৰা, অম্বপালীয়ে দিয়া ভোজন, ভগৱান বুদ্ধৰ কঠোৰ পীড়া, চুন্দই দিয়া ভোজন, তিৰোতাসকলৰ প্ৰতি ভিক্ষুৰ কৰ্ত্তব্য সম্বন্ধীয় উপদেশ, চক্ৰৱৰ্ত্তীসকলৰ দাহ কৰা নিয়ম, সুভদ্ৰৰ প্ৰব্ৰজ্যা, ভগৱান বুদ্ধৰ পৰিনিৰ্ব্বাণ, দাহ-ক্ৰিয়া আৰু স্তূপ-নিৰ্ম্মাণ।

মহাপৰিনিৰ্ব্বাণ সুত্তৰ কেইটিমান বৰ্ণনা অতি মৰ্ম্মস্পৰ্শী আৰু হৃদয়-বিদাৰক। ভগৱান বুদ্ধৰ অন্তিম কালৰ কৰুণ দৃশ্য দেখি শোকাকুল হৈ তেওঁৰ কাষৰপৰা আঁতৰি আনন্দই কান্দিবলৈ

ধৰিলে,—"হায় মই এতিয়াও শিক্ষাৰ্থী, মোৰ এতিয়াও বহুত কৰিবলৈ আছে। মোক যিজনে অতি স্নেহ কৰিছিল, সেই শাস্তাৰ পৰিনিৰ্ব্বাণ ঘটিব।"

বুদ্ধই শিষ্যসকলৰপৰা আনন্দই ৰোদন কৰা বুলি জানি তেওঁক ওচৰলৈ মাতি বুজালে—"আনন্দ, তুমি অধীৰ নহবাঁ, তুমি নে-কান্দিবাঁ। মই তোমাক পূৰ্ব্বে বহুবাৰ কোৱা নাই নে যে যিসকল বস্তু আমাৰ অতি প্ৰিয়, সেই বস্তুৰপৰা আমি বিনা ভাৱ, নানা ভাৱ, অন্যথা ভাৱ ( অৰ্থাৎ আঁতৰি থকা ) হব লাগিব। আনন্দ, যিসকল বস্তুৰ জন্ম আছে, উৎপত্তি আছে আৰু বিনাশ আছে, সেই-বোৰৰ যে বিনাশ নহব, সেইটো কেনেকৈ সম্ভৱ ? সি কেতিয়াও হ'ব নোৱাৰে। হে আনন্দ, তুমি দীৰ্ঘকাল চিন্তা, বাক্য আৰু কাৰ্য্যৰ দ্বাৰা তথাগতৰ পৰিচৰ্য্যা কৰি আহিছা। আনন্দ, তুমি কৃত-পুণ্যাত্মা, তুমি তীব্ৰ সাধনা কৰাঁ, তুমি অচিৰে অনাস্রৱ ( পাপমুক্ত ) হবা।"

ভগৱান বুদ্ধই ভিক্ষুসকলক সম্বোধন কৰি কলে,—"ভিক্ষুসকল, আনন্দ পণ্ডিত, আনন্দ মেধাৱী, আনন্দই তথাগতৰ লগত কেতিয়া সাক্ষাত কৰিব লাগে জানে, ভিক্ষু-ভিক্ষুণী, উপাসক-উপাসিকা, গুৰু-শিষ্য, ৰজা-মহাপাত্ৰ আদিয়ে কোন সময়ত তথাগতৰ লগত সাক্ষাত কৰিব লাগে, সেই কথাও আনন্দই জানে। ভিক্ষুসকল, আনন্দৰ চাৰিটা আশ্চৰ্য্য আৰু অদ্ভুত গুণ আছে। কি কি চাৰিটা ? ভিক্ষু পৰিষদে আনন্দক দৰ্শন কৰিবলৈ আহিলে প্ৰীতি লাভ কৰে, আনন্দৰ ভাষণত তেওঁলোকৰ ধৰ্ম্মত শ্ৰদ্ধা বাঢ়ে, আনন্দৰ দৰ্শন আৰু বাক্য-শ্ৰৱণত ভিক্ষুসকলৰ প্ৰীতিৰ কেতিয়াও অন্ত নহয়। ভিক্ষুণী, উপাসক-উপাসিকা-মণ্ডলীয়ে আনন্দক দৰ্শন কৰিবলৈ আহি প্ৰীতি লাভ কৰে।"

ভগৱান বুদ্ধৰ অন্তিম মুহূৰ্ত্তৰ সঙ্কেত পাই আনন্দই তেওঁৰ ওচৰত সঙ্ঘ সম্বন্ধে ভৱিষ্যত ব্যৱস্থাৰ নিৰ্দ্দেশ বিচাৰিলে। ভগৱান বুদ্ধই



আনন্দ আৰু অচ্ছুত-কন্যা

ধৰ্ম্ম প্ৰচাৰত গাৱেঁ গাৱেঁ ফুৰোতে আনন্দৰ এদিন প্ৰবল পিয়াহ লাগিছিল। তেনেতে নাদৰ পৰা পানী তুলি থকা ছোৱালী এজনীক দেখি তেওঁ পানী এটোপা খাবলৈ বিচাৰিলে। ছোৱালীয়ে তেওঁৰ হাতৰ পৰা পানী খাবলৈ বিচৰাত ভয় খাই উত্তৰ দিলে, "হে ভিক্ষু, মই অচ্ছুত, চণ্ডালৰ কন্যা, মই ছোৱা পানী আপোনাক কেনেকৈ দিম ?"

"ভনী, মই তোমাৰ জাত ভিক্ষা কৰা নাই নহয় ; পানী এটোপাহে বিচাৰিছোঁ।"

আনন্দক পানী খাবলৈ দি সেই অচ্ছুত-কন্যা বৌদ্ধ সাহিত্যত অমৰ হৈ ৰ'ল।

তাৰ উত্তৰত কয়,—"আনন্দ, সঙ্ঘই মোৰপৰা আৰু কি আশা কৰে? ধৰ্ম্ম সম্বন্ধে মই দেখোন কোনো কথা গোপন কৰা নাই। 'মই সঙ্ঘ পৰিচালনা কৰিম', 'সঙ্ঘ মোৰ অপেক্ষাত থাকিব', এইদৰে যিসকলে কয়, তেওঁলোকে সঙ্ঘ সম্বন্ধে ব্যৱস্থা কৰিব। কিন্তু তথাগতই—'মই সঙ্ঘ পৰিচালনা কৰিম,' 'সঙ্ঘ মোৰ অপেক্ষাত থাকিব', এনে মত পোষণ নকৰে। গতিকে তথাগতৰ সঙ্ঘ সম্বন্ধে ব্যৱস্থা কৰিবলৈ একো নাই। আনন্দ, মই এতিয়া বুঢ়া হৈছোঁ, বয়োবৃদ্ধ হৈছোঁ, মোৰ আশী বছৰ উত্তীৰ্ণ হৈছে, জীৰ্ণ-শীৰ্ণ বাহনৰ দৰে তথাগতই কোনোমতেহে শৰীৰ ৰক্ষা কৰি আছে; এতিয়া মাত্ৰ ধ্যান অৱস্থাতহে তেওঁ শৰীৰ সুস্থ বোধ কৰে; এতিয়া আনন্দ, তোমালোক নিজেই নিজৰ দ্বীপ (আশ্ৰয় স্থল), নিজেই নিজৰ শৰণ, অন্যৰ শৰণ, তোমালোকৰ বৰ্ত্তমান নাই। আনন্দ, বৰ্ত্তমান বা মোৰ মৃত্যুৰ পিছত কোনো শিষ্যই যদি অন্যশৰণ, অন্যদ্বীপ হৈ জীৱন-যাপন কৰে তেতিয়া হলে সেই ভিক্ষুৱে অন্ধকাৰত জীৱন কটাব লাগিব।"

পাটিকবগ্গৰ ভিতৰত আছে পাথিক, উদুম্বৰিক-সীহনাদ, চক্কবত্তি সীহনাদ, অগ্গঞ্ঞ, সম্পসাদনীয়, পাসাদিক, লক্ষণ, সিগালোবাদ, আটানাটিয়, সংগীতিপৰিয়ায়, দসুত্তৰ সুত্তন্ত। ঋদ্ধিবল সম্বন্ধে ভগৱান বুদ্ধৰপৰা উপদেশ নোপোৱা হেতু লিচ্ছবিপুত্ৰ সুনক্ষত্ৰই বৌদ্ধধৰ্ম্ম ত্যাগ কৰাৰ কাহিনী পাথিক সুত্তত আছে। পাসাদিক সুত্ত নিৰ্গ্ৰন্থ জ্ঞাতিপুত্ৰৰ (তীৰ্থঙ্কৰ মহাবীৰ) মৃত্যু বিষয়ৰ। সিগালোবাদ সুত্তত সিগাল নামৰ বৈশ্যপুত্ৰক ভগৱান বুদ্ধই গৃহস্থী ধৰ্ম্ম সম্বন্ধে উপদেশ দিছে। এই উপদেশৰ ভিতৰত চাৰি পাপ বিষয়, সম্পত্তি-নাশৰ ছয় কাৰণ, মিত্ৰ-অমিত্ৰ পৰিচয়ৰ নিৰ্দ্দেশ, ছয় দিশ পূজাৰ বিধান আছে। মহামতি অশোকে তেওঁৰ শিলালিপিত এই সুত্তৰ উল্লেখ কৰিছে।

মজ্ঝিম নিকায় মধ্যম আকাৰৰ স্থত্তৰ সংগ্ৰহ ; স্থত্ত-পিটকৰ ভিতৰত এই নিকায় প্ৰসিদ্ধ আৰু শ্ৰেষ্ঠ গ্ৰন্থ। মজ্ঝিম নিকায়ত ১৫২টা স্থত্ত আছে, আৰু এইবোৰ পোন্ধৰ বৰ্গত বিভক্ত। যেনে— মূলপৰিয়ায়, সীহনাদ, ওপম্ম, মহাযমক, চূলযমক, গহপতি, ভিক্খু, পৰিব্বাজক, ৰাজ, ব্ৰাহ্মণ, দেৱদহ, অনুপদ, সুঞ্‌ঞঁতা, বিভঙ্গ, ষড়ায়তন বগ্‌গ। দীঘ নিকায়তকৈ মজ্ঝিম নিকায়ত বৰ্ণিত বিষয়-বস্তুৰ প্ৰকাৰ অধিক। বৌদ্ধধৰ্ম্মৰ প্ৰায় সকলো বিষয়ৰে আলোচনা এই নিকায়ত আছে। চাৰি আৰ্য্য সত্য, কৰ্ম্ম, তৃষ্ণা, আত্মা, নিৰ্ব্বাণ, ধ্যান আদিৰ বহুল ব্যাখ্যা এই নিকায়ত পোৱা যায়। এইবোৰৰ লগতে বুদ্ধৰ জীৱন আৰু সমসাময়িক ভাৰতৰ সামাজিক, ৰাষ্ট্ৰীয়, ভৌগোলিক বিৱৰণ সংযুক্ত হৈ আছে। ব্ৰাহ্মণ বগ্‌গত ব্ৰাহ্মণ সকলৰ জীৱন, আৰু তেওঁলোকৰ মতবাদ আদিৰ পৰিচয় পোৱা যায়। আশ্বলায়ন, ঘোটমুখ, বাসেট্‌ঠ, ভাৰদ্বাজ, মাগন্দিয় আদি সমসাময়িক ব্ৰাহ্মণ দাৰ্শনিকসকলৰ ব্যক্তিগত পৰিচয় আৰু বৌদ্ধধৰ্ম্মৰ লগত তেওঁলোকৰ সম্বন্ধৰ কথাও মজ্ঝিম নিকায়ৰ স্থত্তৰপৰা জানিব পাৰি। অচিৰবতী নদীৰ কাষত বাস কৰা বাশিষ্ঠ (বাসেট্‌ঠ) আৰু ভাৰদ্বাজ নামৰ দুজন ব্ৰাহ্মণৰ মাজত কোন মাৰ্গ সত্য, কোন মাৰ্গ অসত্য, সেই বিষয়ে আলোচনা হৈছিল। বাশিষ্ঠই কলে যে ব্ৰাহ্মণ পোক্কৰসাতিয়ে যি মাৰ্গ দেখুৱাইছে সেয়ে সহজ আৰু সৰল মাৰ্গ ; সেই মাৰ্গতে মোক্ষ লাভ হয়। ভাৰদ্বাজে কলে যে তাৰুক্ষ ব্ৰাহ্মণে যি পথ দেখুৱাইছে সেই পথেদিহে মোক্ষ সম্ভৱ। নিজৰ ভিতৰতে আলোচনা কৰি কোনো সিদ্ধান্তত উপনীত হব নোৱাৰি দুয়ো ব্ৰাহ্মণ বুদ্ধৰ কাষ চাপিল। বুদ্ধই তেওঁলোকক সুধিলে, "তোমালোকৰ বিৰোধৰ কাৰণ কি ?"

বাশিষ্ঠ ব্ৰাহ্মণে উত্তৰ দিলে, "হে গৌতম, সত্য পথ কোনটি এই কথা লৈয়ে আমাৰ বিৰোধ। ভিন্ ভিন্ ব্ৰাহ্মণে ভিন্ ভিন্



পথৰ নিৰ্দ্দেশ দিছে ; এই সকলো পথত মুক্তি লাভ সম্ভৱনে ? হে গৌতম, গাওঁৰ ভিতৰত বহু পথ থাকিলে সেই সকলোবোৰৰ যেনেকৈ গাওঁৰ ভিতৰতে মিল হয়, সেইদৰে বিভিন্ন ব্ৰাহ্মণৰ নিৰ্দ্দিষ্ট বিভিন্ন পথো একে লগে মিলিত হয় নে ? এই সকলোবোৰৰ যোগে মুক্তি লাভ সম্ভৱনে ?"

"বাশিষ্ঠ, তুমি ভাবানেকি যে সকলো পথেই এক প্ৰকাৰৰ ?"

"হয়, মই সেইদৰেই ভাবোঁ।"

"বাশিষ্ঠ, সকলো পথেই প্ৰকৃত পথ বুলি তুমি ভাবানে ?"

"হয়, গৌতম, মই সেইদৰেই ভাবোঁ।"

"হে বাশিষ্ঠ, ত্ৰিবিদ্যা-বিশাৰদ ব্ৰাহ্মণসকলৰ ভিতৰত কোনোবা আছেনে যি ব্ৰহ্মাক নিজ চকুৰে দেখিছে ?"

"নাই, নাই, তেনে কোনো ব্ৰাহ্মণ নাই।"

"সেই ব্ৰাহ্মণসকলৰ গুৰুৰ ভিতৰত কোনোবা আছেনে, যি ব্ৰহ্মাক নিজ চকুৰে দেখিছে ?"

"নাই, তেনে কোনো নাই।"

"ব্ৰাহ্মণসকলে যি মন্ত্ৰ উচ্চাৰণ কৰে, সেই মন্ত্ৰ ৰচনা কৰা ঋষি-সকলৰ মাজত এনে কোনো আছেনে, যি ব্ৰহ্মা ক'ত থাকে, ক'ৰপৰা আহে, ক'লৈ যায়, সেই কথা জানে ?"

"তেওঁলোকৰ কোনোৱেই সেই কথা কব নোৱাৰে।"

"তেন্তে বাশিষ্ঠ, ব্ৰাহ্মণ, ব্ৰাহ্মণৰ গুৰু আৰু ব্ৰাহ্মণৰ মন্ত্ৰ ৰচনা কৰা ঋষি কোনেও তেন্তে ব্ৰহ্মাক দেখা নাই। গতিকে ব্ৰহ্মা-দৰ্শনৰ কথা কোৱা তেওঁলোকৰ পক্ষে মূৰ্খতা নহয়নে ?"

"হয় গৌতম, সি মূৰ্খতা।"

"বাশিষ্ঠ, এইটো এদল কণা মানুহে ইজনে সিজনক ধৰাধৰি কৰি থকা সদৃশ, আগৰ, মধ্যৰ বা পিছৰ কোনোজনে কাকো নেদেখে। ব্ৰাহ্মণসকলৰ ব্ৰহ্মাৰ কথাও সেইদৰে হাস্যকৰ। ব্ৰাহ্মণসকলে যি চন্দ্ৰ-সূৰ্য্যৰ উপাসনা কৰে, অৰ্চ্চনা কৰে, স্তৱ কৰে,

আৰু উদয়াস্তৰ পিনে যোৰ হাতে প্ৰণাম কৰে—সেই চন্দ্ৰ-সূৰ্য্যক ব্ৰাহ্মণসকলে দেখা পায়নে ?"

"হয় পায়, হে গৌতম।"

"তেওঁলোকে চন্দ্ৰ-সূৰ্য্য-প্ৰাপ্তিৰ পথ দেখুৱাব পাৰেনে ?"

"কেতিয়াও নোৱাৰে।"

"তেনেহলে তুমি কব খুজিছা যে তেওঁলোকে চন্দ্ৰ-সূৰ্য্যৰ পথ দেখুৱাব নোৱাৰে অথচ দেখুৱাব পাৰো বুলি কয়। ই তেওঁলোকৰ মূৰ্খতা নহয় নে ?"

"হয় গৌতম, সি মূৰ্খতা।"

"হে বাশিষ্ঠ, যদি কোনো লোকে দেশৰ শ্ৰেষ্ঠ সুন্দৰী নাৰীক লাভ কৰিবলৈ ইচ্ছা কৰে, কিন্তু সেই নাৰীৰ নাম, গোত্ৰ, তেওঁৰ ঘৰ ক'ত প্ৰশ্ন কৰিলে তাক কব নোৱাৰে; তেন্তে তেওঁৰ সেই আকাঙ্ক্ষা মূৰ্খতা নহয়নে ? সেইদৰে যি বস্তুৰ সম্বন্ধে একো জ্ঞান নাই, তাক লাভ কৰিবলৈ পথ নিৰ্দ্দেশ কৰা ব্ৰাহ্মণসকলৰ মূৰ্খতা নহয়নে ?"

এইদৰে নানা উদাহৰণ আৰু দৃষ্টান্ত দি বুদ্ধই বাশিষ্ঠ আৰু ভাৰদ্বাজক নিজ ধৰ্ম্মৰ কথা বুজালে। অৱশ্যে এই বিৱৰণৰপৰা গৌতম বুদ্ধই ব্ৰাহ্মণসকলৰ গৰ্ব্ব খৰ্ব্ব কৰিবলৈ ইচ্ছা কৰিছিল বুলি কব নোৱাৰি। বৌদ্ধ সাহিত্যৰ অনেক ঠাইত ব্ৰাহ্মণসকলৰ প্ৰশংসাই আছে। অৱশ্যে ব্ৰাহ্মণ-কুলত জন্ম গ্ৰহণ কৰিলেই ব্ৰাহ্মণ নহয়। ধৰ্ম্মপদত আছে,—সূৰ্য্য যেনেকৈ দিনত, চন্দ্ৰ ৰাতি আৰু ৰজা চতুৰঙ্গ বলেৰে উজ্জ্বল হয়, সেইদৰে ব্ৰাহ্মণ ধ্যান-বলেৰে উজ্জ্বল হয়। যি পাপৰপৰা সম্পূৰ্ণ মুক্ত, যাৰ অন্তৰ আৰু বাহিৰৰ ইন্দ্ৰিয়-সমূহ সম্পূৰ্ণ শান্ত, আত্ম-পৰ জ্ঞান নষ্ট কৰাৰ হেতু যিজনৰ সমদৃষ্টি উৎপন্ন হৈছে, যিজন মানসিক ক্লেশ, সংযোগ আৰু আসক্তিশূন্য, তেৱেঁইহে প্ৰকৃত ব্ৰাহ্মণ। এনে ব্ৰাহ্মণক প্ৰহাৰ কৰা বা তেওঁৰ লগত অশিষ্ট ব্যৱহাৰ কৰা বুদ্ধই অতি গৰ্হিত কাম বুলি কৈছে।



সেইদৰে দীঘনখ, বেখনস, সন্দক, অগ্‌গিবচ্ছগোত্ত আদি পৰিব্ৰাজক সকলৰ জীৱন-যাত্ৰা, তেওঁলোকৰ বুদ্ধৰ লগত কি সম্বন্ধ সেই বিষয়েও জানিব পাৰি। এই সময়ৰ বিভিন্ন দাৰ্শনিক আৰু পুৰাণ, কাশ্যপ আদি ছয় প্ৰসিদ্ধ আচাৰ্য্যৰ মতৰ ব্যাখ্যাও মজ্ঝিম নিকায়ৰ নানা সুত্তত আছে। সেই যুগত প্ৰচলিত নানা কষ্টকৰ সাধন-মাৰ্গ আৰু তপস্যাৰ বিষয়ে মহাসীহনাদ সুত্ত, কন্দৰক সুত্ত, বোধিৰাজ-কুমাৰ সুত্ত আদিত বৰ্ণোৱা হৈছে। মহাৰাহুলোবাদ সুত্ত, মহাবচ্ছ-গোত্ত সুত্ত, মহাসকুলুদায়ি সুত্ত আদিত সংঘৰ নিয়ম আৰু ভিক্ষুৰ জীৱন বিষয়ক ইতিহাস আছে। মাগন্দিয় সুত্তত সেই সময়ৰ আয়ুৰ্ব্বেদ-চৰ্চ্চাৰ বিষয়ে পোৱা যায়।

নানা দৃষ্টান্ত আৰু উদাহৰণেৰে ভগৱান বুদ্ধই যি উপদেশ দিছিল তাৰ বহু বিৱৰণ মজ্ঝিম নিকায়ত আছে। এদিন মালুঙ্ক্য-পুত্ৰ নামৰ এজন শিষ্যই ভগৱান বুদ্ধক নিৱেদন কৰিলে যে বুদ্ধৰ উপদেশত ভালেমান গভীৰ আৰু প্ৰয়োজনীয় তত্ত্ব সম্বন্ধে কোনো সিদ্ধান্ত নাই; যেনে—জগত অন্ত নে অনন্ত, মৃত্যুৰ পিছত তথাগতৰ অস্তিত্ব থাকে নে নেথাকে, ইত্যাদি। মালুঙ্ক্যপুত্ৰই আৰু কলে যে এই প্ৰশ্নসমূহৰ সিদ্ধান্ত নেপালে বুদ্ধৰ ওচৰত তেওঁৰ শিষ্যত্ব গ্ৰহণেই ব্যৰ্থ।

সেই কথাত বুদ্ধই উত্তৰ দিলে,—"হে মালুঙ্ক্যপুত্ৰ, মই তোমাক কেতিয়াবা কৈছিলোনে,—মালুঙ্ক্যপুত্ৰ, তুমি মোৰ শিষ্য হোৱাঁ, তেতিয়া মই তোমাক জগত অন্ত নে অনন্ত, সসীম নে অসীম, দেহ আৰু প্ৰাণ একে নে ভিন, মৃত্যুৰ পিছত তথাগতৰ অস্তিত্ব থাকে নে নেথাকে, এই বোৰ বিষয়ে শিক্ষা দিম ?"

"নাই ভগৱান, কেতিয়াও আপুনি তেনেকৈ কোৱা নাছিল।"

"মালুঙ্ক্যপুত্ৰ, তুমিয়ে বা মোক কেতিয়াবা কৈছা নে, মই আপোনাৰ শিষ্য হৈছো, আপুনি মোক জগত অন্ত নে অনন্ত, সসীম নে অসীম, দেহ আৰু প্ৰাণ এক নে ভিন, মৃত্যুৰ

পিছতো তথাগতৰ অস্তিত্ব থাকে নে নেথাকে, এই বিষয়ে শিক্ষা দিয়ক ?"

"নাই ভগৱান, মই কেতিয়াও তেনেকৈ কোৱা নাই।"

"চোঁৱা মালুঙ্ক্যপুত্ৰ, কোনো মানুহ বিষাক্ত বাণৰ দ্বাৰা বিদ্ধ হলে তেওঁৰ আত্মীয়-স্বজনে চিকিৎসাৰ কাৰণে সুদক্ষ চিকিৎসক মাতি আনিলে বাণ-বিদ্ধ মানুহজনে যদি কয়, 'যেতিয়ালৈকে যিজন মানুহৰ বাণে মোক বিদ্ধ কৰিলে সেই মানুহজন কোন, ব্ৰাহ্মণ নে বৈশ্য নে শূদ্ৰ নে, তাক মই নেজানো, তেতিয়ালৈকে মোৰ ক্ষতৰ চিকিৎসা কৰিবলৈ নিদিওঁ।' অথবা তেওঁ যদি কয়—'যি জন মানুহৰ বাণে মোক বিদ্ধ কৰিলে সেই মানুহজন কোন গোত্ৰৰ, তেওঁ ওখ নে চাপৰ, অথবা যি বাণেৰে মোক আহত কৰা হ'ল সেই বাণ কিহেৰে নিৰ্ম্মিত, সেইবোৰ কথা নজনালে মই ক্ষতৰ চিকিৎসা কৰিবলৈ নিদিওঁ', তেতিয়া হলে সেই বাণ-বিদ্ধ মানুহজনৰ অৱস্থা কি হব ? তেওঁ প্ৰাণত্যাগ নকৰিবনে ? জগত অন্ত নে অনন্ত, সসীম নে অসীম, দেহ আৰু প্ৰাণ একে নে ভিন, মৃত্যুৰ পিছত তথাগতৰ অস্তিত্ব থাকে নে নেথাকে, এইবোৰ বিষয়ে বুদ্ধই তেওঁৰ শিষ্যসকলক কোনো শিক্ষা দিয়া নাই ; কিয় ? কিয়নো এইবোৰ জানিলে শুদ্ধ জীৱন যাপন, শান্তি বা জ্ঞান লাভ নহয়। শান্তি আৰু জ্ঞান লাভ কিহত হয়, সেই বিষয়ে বুদ্ধই শিক্ষা দিছে। সেয়ে হৈছে—দুখৰ সত্য, দুখ উৎপত্তিৰ সত্য, দুখ নিবৃত্তিৰ সত্য। গতিকে মালুঙ্ক্যপুত্ৰ, মই যি প্ৰকাশ কৰা নাই, সি অপ্ৰকাশেই থাকক ; আৰু মই যি প্ৰকাশ কৰিছোঁ, সিয়েই বিশেষভাৱে প্ৰকাশিত হওক।"

সেই একে তত্ত্বকে অন্য প্ৰসঙ্গতো ব্যাখ্যা কৰা হৈছে। ভগৱান বুদ্ধই কৌশাম্বী নগৰৰ শিংশপা বনত অৱস্থান কৰোঁতে এদিন তেওঁ হাতত কেইটামান শিংশপা গছৰ পাত লৈ শিষ্যসকলক সুধিলে—

"হে ভিক্ষুসকল, এই প্ৰশ্নৰ উত্তৰ দিয়ঁা। মোৰ হাতত যি কেইটা শিংশপা গছৰ পাত আছে, সেই কেইটা অধিক নে শিংশপা গছত যিবোৰ পাত আছে সেইবোৰ অধিক ?"



"ভগৱানৰ হাতত থকা পাততকৈ শিংশপা গছত থকা পাতৰ সংখ্যা অধিক।"

"ভিক্ষুসকল, মই তোমালোকক যি যি কথা কৈছোঁ তাতকৈ অধিক বিষয় আছে। যিবোৰৰ সম্বন্ধে মোৰ জ্ঞান আছে সেই সকলোবোৰৰ বিষয়ে মই তোমালোকক কোৱা নাই। হে ভিক্ষুসকল, কিয় মই তোমালোকক কোৱা নাই ? কিয়নো এইবোৰৰপৰা তোমালোকৰ কোনো লাভ নহয় ; তোমালোকক শুদ্ধ জীৱন যাপনত এইবোৰে সহায় নকৰে। সাংসাৰিক বিষয়, ত্যাগ আৰু বাসনা-দমনতো ই সহায়ক নহয়। ইয়াৰ দ্বাৰায় শান্তি-লাভ, প্ৰজ্ঞা-লাভ, বুদ্ধি-লাভ আৰু নিৰ্ব্বাণ-লাভ নহয়। সেই কাৰণে এইবোৰ বিষয় তোমালোকৰ আগত মই প্ৰকাশ কৰা নাই।"

মজ্ঝিম নিকায়ৰে বিতৰ্ক সন্থান সুত্তত ছন্দ ( ৰাগ, কাম ), দ্বেষ আৰু মোহ নিবাৰণ কৰিবলৈ গৌতমে পঞ্চ নিমিত্ত বা উপায়ৰ ব্যাখ্যা কৰিছে। যদি অন্তৰত ছন্দ-দ্বেষ-মোহ সম্বন্ধীয় পাপচিন্তা উপস্থিত হয়, তেন্তে মনলৈ কুশল চিন্তা আনিব লাগে। কুশল ভাব চিন্তা কৰিলেই পাপ চিন্তা আঁতৰি যাব। যেনেকৈ বাঢ়ৈয়ে সৰু কীলকৰ ( খিল ) দ্বাৰা ডাঙৰ কীলক উলিয়ায়, সেইদৰে কুশল চিন্তাৰে পাপ চিন্তা দূৰ কৰিব লাগে। এয়ে প্ৰথম উপায়। এনে কৰিলেও যদি পাপ চিন্তা দূৰ নহয় তেন্তে পাপ চিন্তাৰ ঘৃণিত বিষময় ফলৰ বিষয়ে ভাবিব লাগে ; তেনে কৰিলে পাপ চিন্তা দূৰ হব। কোনো পুৰুষ বা নাৰীৰ ডিঙিত সাপ, কুকুৰ নতুবা মানুহৰ মৰা শ আঁৰি দিলে তেওঁৰ ঘৃণা জন্মিব। সেইদৰে পাপৰ বীভৎস ৰূপৰ বিষয়ে চিন্তা কৰিলেও অন্তৰত ঘৃণা ভাব জন্মিব। এয়ে দ্বিতীয় উপায়।

এনে কৰিলেও যদি পাপভাব দূৰ নহয় তেনেহলে পাপ বিষয়ৰ

পৰা মনক আঁতৰাই অন্য বিষয়লৈ নিব লাগে। কোনোৱে কিবা দৃশ্য চাবলৈ ইচ্ছা নকৰিলে তেওঁ হয় চকু মুদে নহয় অন্য পিনলৈ দৃষ্টি দিয়ে। সেইদৰে পাপ ভাব উপস্থিত হলে মন-চকু মুদিব লাগিব নতুবা অন্য দিশলৈ মনক পৰিচালনা কৰিব লাগে; এয়ে তৃতীয় উপায়।

এনে কৰিলেও যদি পাপভাব দূৰ নহয় তেনেহলে অভ্যাসৰ দ্বাৰা লাহে লাহে পাপচিন্তা দূৰ কৰিব লাগে। এই বিষয়ে বুদ্ধই এটি সুন্দৰ উপমা উদ্ধৃত কৰিছে। ধৰক, এজন মানুহ বেগেৰে গৈ আছে; তেওঁ হয়তো ভাবিব পাৰে,—কিয় তেওঁ বেগাই গৈছে; তেওঁ দেখোন লাহে লাহেও যাব পাৰে। তেতিয়া তেওঁ লাহে লাহে গ'ল; লাহে লাহে গৈ তেওঁ পুনৰ ভাবিলে—মই কিয় বাটকুৰি বাই আছোঁ; মই দেখোন থিয় হৈ থাকিবও পাৰোঁ। থিয় হৈ থকা অৱস্থাত তেওঁ ভাবিলে—তেওঁ কিয় থিয় হৈ আছে, তেওঁ দেখোন বহি থাকিবও পাৰে। বহি থাকিও তেওঁ ভাবিব পাৰে—তেওঁ কিয় বহি আছে; তেওঁ দেখোন শুব পাৰে। এই মানুহজনে গতিৰ অৱস্থাৰ পৰা যেনেকৈ গতিহীন অৱস্থাত উপনীত হ'ল, সেইদৰে আমিও পাপ ভাবনাৰ পৰা নিষ্পাপ অৱস্থালৈ যাব পাৰোঁ; এয়ে চতুৰ্থ উপায়। এই উপায় অবলম্বন কৰিও যদি পাপ ভাবনা দূৰ কৰিব নোৱাৰি, তেনেহলে দৃঢ়ভাবে দাঁতে দাঁতে লগ লগাই তালুৰ লগত জিভাক সংযোগ কৰি (যোগৰ পদ্ধতিত) বলপূৰ্ব্বক চিত্তক দমন কৰিব লাগে। এনে কৰিলে পাপচিন্তা মনৰ পৰা আঁতৰিব; তেতিয়া চিত্ত শান্ত আৰু সমাহিত হব। এয়ে পঞ্চম উপায়।

সংযুত্ত নিকায় ৫৬টা সৰু-বৰ শ্ৰেণীৰ সুত্তেৰে সংযুক্ত। এইবোৰ পুনৰ পাঁচ বগ্গত বিভক্ত, যেনে—সগাথবগ্গ, নিদানবগ্গ, খন্ধবগ্গ, ষড়ায়তনবগ্গ আৰু মহাবগ্গ। বিষয়-বস্তুৰপৰা এই সুত্তসমূহ তিনি শ্ৰেণীত ভাগ কৰিব পাৰি, (১) বৌদ্ধ ধৰ্ম্ম



সম্বন্ধীয় প্ৰধান প্ৰধান প্ৰশ্নৰ আলোচনা, (২) মানুহ, দেৱতা, যক্ষ আদি জড়িত ধৰ্ম্মোপদেশ, (৩) বক্তা বা উপদেশ অনুসৰি বিভাগ, যেনে—সাৰিপুত্তসংযুত্ত।

সগাথবগ্গত একৰপৰা এঘাৰলৈকে সংযুত্ত আছে। এই সংযুত্তসমূহ পালি কৱিতাৰ উৎকৃষ্ট নিদৰ্শন। ইয়াৰে দেৱতা সংযুত্তত দেৱতাই বুদ্ধক প্ৰশ্ন কৰিছে, বুদ্ধই তাৰ ব্যাখ্যা দিছে। এইবোৰ সাধাৰণতে কাম, বাসনা, পুনৰ্জ্জন্ম, মিথ্যাদৃষ্টি, অবিদ্যা বিষয়ৰ বিবেচনা। মাৰ সংযুত্তত বুদ্ধ আৰু তেওঁৰ শিষ্যসকলে মাৰক জয় কৰাৰ কাহিনী আছে। নিদান সংযুত্তত প্ৰতীত্য-সমুৎপাদৰ বিশদ ব্যাখ্যা আছে। খন্ধবগ্গৰ সাৰিপুত্ত সংযুত্তত ধৰ্ম্ম সেনাপতি সাৰিপুত্ৰই ইন্দ্ৰিয়-সংযমৰ ব্যাখ্যা দিছে। এই বগ্গৰে নাগ সংযুত্তত নাগৰজাই নাগসকলৰ জন্ম আৰু সেই জন্ম কি কৰ্ম্ম ফল হেতু হৈছে তাৰ কাহিনী বৰ্ণাইছে। বচ্ছগোত্ত সংযুত্তত পৰিব্ৰাজক বচ্ছগোত্তই কৰা লোক শাশ্বত নে অশাশ্বত, অন্ত নে অনন্ত, জীৱ আৰু শৰীৰ এক নে ভিন্ আদি প্ৰশ্ন আৰু ভগৱান বুদ্ধই দিয়া তাৰ সমিধান আছে।

ষড়ায়তনবগ্গৰ মাতুগাম সংযুত্তত তিৰোতা সম্বন্ধীয় বুদ্ধৰ বচন আছে। ভগৱান বুদ্ধই তিৰোতাক পুৰুষতকৈ অধিক সাংসাৰিক দুখৰ ভাগী বুলি কৈছে। সেই হেতু তিৰোতাৰ কাৰণে ব্ৰহ্মচৰ্য্য জীৱন অধিক আৱশ্যকীয়। তিৰোতাই জীৱনত পাঁচ প্ৰকাৰৰ কষ্ট ভোগ কৰে,—সৰুতে পিতৃ-মাতৃৰ ঘৰ এৰিব লাগে, অন্যৰ (স্বামীৰ) ঘৰত বাস কৰিব লাগে, গৰ্ভধাৰণ কৰিব লাগে, প্ৰসৱবেদনা সহ্য কৰিব লাগে আৰু পুৰুষৰ সেৱা কৰিব লাগে। মহাবগ্গৰ সতিপট্ঠান সংযুত্তত চাৰি স্মৃতি-প্ৰস্থানৰ ব্যাখ্যা কৰা হৈছে। ধ্যান সংযুত্তত বিভিন্ন ধ্যান আৰু সমাধিৰ বৰ্ণনা আছে।

বৌদ্ধ সাধনাত ধ্যান আৰু সমাধিক বিশেষ মৰ্য্যাদা দিয়া হৈছে। বৌদ্ধ ধৰ্ম্মৰ ধ্যান হিন্দুৰ যোগৰ সম পৰ্য্যায়ৰ। সাধাৰণতে

ধ্যান চাৰি স্তৰৰ। প্ৰথম হৈছে—বিতৰ্ক, বিচাৰ, প্ৰীতি, সুখ আৰু একাগ্ৰতাৰ স্তৰ; দ্বিতীয়ত বিতৰ্ক, বিচাৰ আৰু তৃতীয়ত বিতৰ্ক, বিচাৰ, আৰু প্ৰীতি নাই; চতুৰ্থ স্তৰত সুখৰ ঠাইত উপেক্ষা আছে। উপেক্ষা হৈছে সকলো কামনাশূন্য আৰু সকলোৰে প্ৰতি সমদৃষ্টি-সম্পন্ন অৱস্থা বিশেষ। সমাধি হৈছে চিন্তাৰ একাগ্ৰতা। সমাধি আচৰণৰ দুটা মাৰ্গ—লোকোত্তৰ আৰু লোকিয়। লোকোত্তৰ সমাধিত পৰমাৰ্থ সত্য উপলব্ধি হয়। লোকিয় সমাধিত চৰিত্ৰ নিৰ্ম্মল হয়, দহোটা নীবৰণ ( কামচ্ছন্দ, ব্যাপদ, থিনমিদ্ধ, উদ্ধচ্চ, কুক্কুচ্চ, বিচিকিচ্ছা, ইনম্, ৰোগো, বন্ধনাগাৰম্, কন্তাৰদ্ধানমগ্গ ) ধ্বংস হয়, আৰু চল্লিশটা কৰ্ম্মস্থানৰ ভিতৰত এটা কৰ্ম্মস্থানৰ আচৰণ উপলব্ধি হয়। সমাধি আচৰণৰ সুফল হৈছে—পৃথিৱীত সুখেৰে বাস, অন্তৰ্দৃষ্টি আৰু জ্ঞান লাভ, সুখময় ঠাইত পুনৰ জন্ম, আৰু দুখৰ অন্ত।

ওপৰৰ চাৰিটা ধ্যানৰ বাহিৰেও অন্য প্ৰসঙ্গত আৰু পাঁচোটা চিত্তৰ উচ্চতৰ অৱস্থাৰ বিষয়ে উল্লেখ কৰা হৈছে; তাকো ধ্যানৰ ভিতৰতে ধৰিব পাৰি। পঞ্চম ধ্যানত সাধকে ৰূপমূলক সমুদায় জ্ঞান, ইন্দ্ৰিয়ৰ সমুদায় বিষয় আৰু নানাত্ব বোধ—এই সকলোকে অতিক্ৰম কৰে। কেৱল 'আকাশ অনন্ত' এই জ্ঞান প্ৰতিভাত হয়, আৰু সাধকৰ চিত্তই তেতিয়া আকাশৰ অনন্ত আয়তনত বিহাৰ কৰে। ষষ্ঠ ধ্যানত সাধকে 'আকাশ অনন্ত আয়তন' এই জ্ঞানকো অতিক্ৰম কৰে। 'বিজ্ঞান অনন্ত'—এই জ্ঞান তেওঁত প্ৰকাশিত হয়, আৰু তেতিয়া তেওঁ বিজ্ঞানৰ অনন্ত আয়তনত বিহাৰ কৰে। সপ্তম ধ্যানত সাধকে 'বিজ্ঞানৰ অনন্ত আয়তন'—এই জ্ঞানকো অতিক্ৰম কৰে। তেতিয়া 'একোৱেই নাই'—এই জ্ঞান তেওঁত প্ৰতিভাত হয়। তেতিয়া সাধকে আকিঞ্চনৰ ( একো নাই ) অনন্ত আয়তনত বিহাৰ কৰে। অষ্টম ধ্যানত সাধকে 'আকিঞ্চনৰ অনন্ত আয়তন'ৰ জ্ঞানকো অতিক্ৰম কৰে। তেতিয়া সংজ্ঞা (perception)



শ্যামী বুদ্ধ



জাপানৰ বুদ্ধমূৰ্ত্তি



আৰু অসংজ্ঞা একো নাই—এনে জ্ঞান সাধকত প্ৰতিভাত হয়; সাধকে তেতিয়া 'সংজ্ঞা অসংজ্ঞা একো নোহোৱা' অনন্ত আয়তনত বিহাৰ কৰে। নৱম ধ্যানত সাধকে এই অৱস্থাকো অতিক্ৰম কৰি বেদনা ( sensation ) অথবা সংজ্ঞা ( perception ) নোহোৱা অৱস্থাত বিহাৰ কৰে। এই অৱস্থাত তেওঁৰ সৰ্ব্বপাপ ধ্বংস হয়।

অংগুত্তৰ নিকায়ৰ সুত্তসমূহ এক দুই অনুপাতে এঘাৰ নিপাতত শ্ৰেণীবদ্ধ কৰা হৈছে। সৰ্ব্বমুঠ অংগুত্তৰ নিকায়ত দুহেজাৰ আঠোটা সুত্ত আছে। অংগুত্তৰ নিকায়ৰ সুত্তসমূহ বিষয়বস্তু অনুসৰি ভাগ কৰিব নোৱাৰি। প্ৰত্যেক নিপাতত সংখ্যাৰ লগত সম্বন্ধ থকা বুদ্ধৰ বচনসমূহ সংগ্ৰহ কৰা হৈছে। উদাহৰণ স্বৰূপে একনিপাতত প্ৰশ্ন কৰা হৈছে, এক ধৰ্ম্ম কি? দুকনিপাতত দুই সংখ্যাৰ লগত সম্বন্ধ থকা বিষয়ৰ কথা আছে; যেনে বৰ্জ্জনীয় দুটা পাপ কি? দুই শ্ৰেণীৰ জ্ঞানী পুৰুষ কোন কোন? দুই বিধ বল কি? এনে ধৰণৰ প্ৰশ্ন আৰু তাৰ উত্তৰ আছে। দুই পাপ সম্বন্ধীয় প্ৰশ্নৰ উত্তৰত কোৱা হৈছে,—যি পাপে এই জন্মতে দুখ দিয়ে আৰু যি পাপে পৰজন্মতো দুখ দিয়ে।

তিকনিপাতত কায়-বাচা-মন—এই তিনিৰে কৰা পাপৰ উল্লেখ আছে। দান, প্ৰব্ৰজ্যা, পিতৃ-মাতৃ-শুশ্ৰূষা তিনিটা সুকৰ্ম্ম। সুখ-দুখ, ন-সুখ, ন-দুখ তিনি বেদনা। চতুক্কনিপাতত চাৰি আৰ্য্য-সত্য, চাৰি-জ্ঞান, চাৰি-শ্ৰমণ ধৰ্ম্মৰ ফল, চাৰি সমাধি, চাৰি যোগ, চাৰি আহাৰ আদিৰ কথা আছে। পঞ্চকনিপাতত পাঁচ উপাদান স্কন্ধ, পাঁচ ইন্দ্ৰিয়, পাঁচ নিস্‌সৰণীয় ধাতুৰ কথা আছে। ছক্কনিপাতত ছয় অনুস্মৃতি স্থান, ছয় আধ্যাত্মিক আয়তন আদিৰ উল্লেখ আছে। সত্তকনিপাতত সাত অনুশয়, সাত সংজ্ঞা, সাত সৎপুৰুষৰ ধৰ্ম্ম আদি আছে। অট্‌ঠকনিপাতত আৰ্য্য অষ্টাঙ্গিক মাৰ্গ, আঠ আবদ্ধ বস্তু, আঠ বিমোক্ষ আদিৰ বিষয় আছে। নৱকনিপাতত অন্য বিষয়ৰ বাহিৰেও ন শ্ৰেণীৰ

মানুহৰ বিষয়ে আলোচনা আছে ;—অৰহা, অৰহত্তায় পটিপন্নো, অনাগামী, অনাগামীফলসচ্ছিকিৰিয়ায় পটিপন্নো, সকদাগামী, সোতাপন্নো, সোতাপত্তিফলসচ্ছিকিৰিয়ায় পটিপন্নো, পুথুজ্জনো। ইয়াৰ বাহিৰেও নৱবিধ সঞ্ঞাস ( ভাৱনাৰ বিষয় ) উল্লেখ আছে। এইবোৰ হৈছে অসুভ, মৰণ, আহাৰে পতিকুল, সব্বলোকে অনভিৰতি, অনিচ্চ, অনিচ্চে দুক্‌খ, দুক্‌খে অনত্ত, পহান আৰু বিৰাগ। দসকনিপাতত তথাগতৰ দশবল আৰু দশ আৰ্য্যবাস আদিৰ বিৱৰণ আছে। দশ বল কি? কোনটো সত্য কোনটো মিথ্যা সেই সম্বন্ধে জ্ঞান, কৰ্ম্মফলৰ জ্ঞান; মুক্তিৰ ( সং ) পথৰ জ্ঞান, জীৱৰ ভিন্ ভিন্ ইচ্ছা সম্বন্ধীয় জ্ঞান, মানুহৰ ক্ষমতা, সমাধিৰ বিষয়ে জ্ঞান, অতীত জীৱনৰ স্মৃতি বিষয়ক আৰু নৈতিক দোষ দূৰ কৰাৰ জ্ঞান। একাদসনিপাতত নিৰ্ব্বাণ প্ৰাপ্তিৰ নিমিত্তে এঘাৰটা গুণ বা উপায়ৰ নিৰ্দ্দেশ আছে।

খুদ্দক নিকায় বিভিন্ন শ্ৰেণীৰ গ্ৰন্থৰ সংগ্ৰহ। ইয়াৰ অন্তৰ্গত পোন্ধৰ শ্ৰেণীৰ গ্ৰন্থ আছে। যেনে—(১) খুদ্দক পাঠ, (২) ধম্মপদ, (৩) উদান, (৪) ইতিবুত্তক, (৫) সুত্তনিপাত, (৬) বিমানবথু, (৭) পেতবথু, (৮) থেৰ গাথা, (৯) থেৰী গাথা, (১০) জাতক, (১১) নিদ্দেস, (১২) পটিসমভিদামগ্‌গ, (১৩) অপদান, (১৪) বুদ্ধবংস, (১৫) চৰিয়া-পিটক।

খুদ্দক পাঠৰ অন্তৰ্গত ন খনি গ্ৰন্থ আছে। ইয়াৰ সুত্তবোৰ প্ৰাৰ্থনামূলক আৰু এইবোৰ সদায় ভিক্ষুসকলে মন্ত্ৰৰ দৰে আবৃত্তি কৰে। এই ক্ষুদ্ৰ ক্ষুদ্ৰ গ্ৰন্থৰ ভিতৰত মঙ্গল সুত্ত, ৰতন সুত্ত আদি প্ৰধান।

ধম্মপদ বিশ্বসাহিত্যৰ এখনি অমূল্য গ্ৰন্থ; বৌদ্ধ সাহিত্যৰ ই সৰাতকৈ সুন্দৰ, মহৎ, আৰু কাব্যময়ী সুভাষিত শ্লোকৰ সংগ্ৰহ। বৌদ্ধ সাহিত্যৰ ভিতৰুৱা হলেও ধম্মপদৰ ধৰ্ম্ম অসাম্প্ৰদায়িক। ইয়াৰ উপদেশসমূহ সৰ্ব্বকালৰ সৰ্ব্বমানৱৰ আদৰণীয়। এই



গ্ৰন্থৰ চাৰিশ তেইশটা শ্লোক বিষয় অনুপাতে ছাবিশ বৰ্গত বিভক্ত হৈছে।

ধম্মপদ পৃথিৱীৰ সকলো প্ৰধান প্ৰধান ভাষাত অনূদিত হৈছে। খ্ৰীষ্টীয় প্ৰথম শতাব্দীত কনিষ্কৰ সময়ত ধৰ্ম্মত্ৰাত নামৰ বৌদ্ধ পণ্ডিতে ধম্মপদ সংস্কৃতলৈ ৰূপান্তৰিত কৰে। সংস্কৃতত এই গ্ৰন্থৰ নাম দিয়া হৈছিল উদানবৰ্গ। উদানবৰ্গ চীন আৰু তিব্বতী ভাষাত বহু শতাব্দীৰ পূৰ্ব্বেই অনূদিত হৈছিল। প্ৰাকৃত ভাষাত ৰচিত পদৰো কিছু অংশ মধ্য এচিয়াৰ বালিৰ মাজত আবিষ্কৃত হৈছে। বিশ্বধৰ্ম্মৰ মূল তত্ত্বসমূহ যুক্তিতৰ্ক-বিহীন সৰল ভাষা আৰু জনসাধাৰণে সদায় ব্যৱহাৰ কৰা অতি পৰিচিত বস্তুসমূহ উপমা আৰু ৰূপক স্বৰূপে লৈ সাৰ্ব্বজনীন ভাৱে ব্যাখ্যা কৰাত, এই গ্ৰন্থ সৰ্ব্বসাধাৰণৰ সহজবোধ্য হৈছে। ধম্মপদৰ ভালেমান শ্লোকৰ মূল প্ৰাচীন ভাৰতীয় প্ৰাজ্ঞবচন, মহাভাৰত, গীতা, উপনিষদ আদি গ্ৰন্থৰপৰা চয়ন কৰা হৈছে। ধম্মপদৰ প্ৰত্যেক বৰ্গৰ তলত উদ্ধৃত কৰা দুই চাৰিটা শ্লোকৰপৰাই এই গ্ৰন্থৰ মহত্ত্ব আৰু মাধুৰ্য্য উপলব্ধি কৰিব পৰা হব (১) :—

যমকঁ বগ্‌গো—

ন হি বেৰেন বেৰানি সমন্তীধ কুদাচনং,
অবেৰেণ চ সম্মন্তি এস ধম্মো সনন্তনো॥

শত্ৰুতাৰে শত্ৰুতা কেতিয়াও জয় কৰিব নোৱাৰি; শত্ৰুতাহীনতাৰে ইয়াক দমন কৰিব পাৰি। ইয়ে সনাতন ধৰ্ম্ম।

বহুং পি চে সহিতং ভাসমানো,
ন তক্কৰো হোতি নৰো পমত্তো।
গোপো ৰ গাৰো গণয়ং পৰেসং।
ন ভাগৰা সামঞ্ঞস্স হোতি॥

১। অধ্যাপক শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে কৰা ধম্মপদৰ অনুবাদৰপৰা ঠায়ে ঠায়ে কিছু সালসলনি কৰি উদ্ধৃত কৰা হৈছে।

গৰখীয়াই আনৰ গৰু চৰাই গৰুৰ অধিকাৰী হব নোৱাৰে। সেইদৰে যি প্ৰমত্ত লোকে কেৱল অনেক শাস্ত্ৰ আবৃত্তি কৰে, নিজে কিন্তু সেইমতে কাম নকৰে, সেই লোক কেতিয়াও শ্ৰামণ্যৰ অধিকাৰী হব নোৱাৰে।

অপ্পমাদ বগ্গো—

অপ্পমাদো অমতপদং পমাদো মচ্চুনো পদং।
অপ্পমত্তা ন মীয়ন্তি যে পমত্তা যথা মতা॥

অপ্ৰমাদ অমৃতৰ পথ, প্ৰমাদ মৃত্যুৰ পথ স্বৰূপ। অপ্ৰমত্ত লোক অমৰ আৰু প্ৰমত্ত লোক সদায় মৰা।

অপ্পমত্তো পমত্তেসু সুত্তেসু বহুজাগৰো।
অবলস্সং যে সীঘস্সো হিত্বা যাতি সুমেধসো॥

বেগী ঘোঁৰাই দুৰ্ব্বল ঘোৰাক পিছ পেলাই আগ বাঢ়ি যোৱাৰ দৰে বুদ্ধিমান লোকে প্ৰমত্তৰ মাজত অপ্ৰমত্ত আৰু নিদ্ৰিতৰ মাজত জাগৰিত হৈ ধৰ্ম্মপদত আগবাঢ়ি যায়।

চিত্ত বগ্গো—

ন তং মাতা পিতা কয়িৰা অঞ্ঞে বাপি চ ঞাতকা।
সম্মা পণিহিতং চিত্তং সেয্যসো নং ততো কৰে॥

সত্যনিষ্ঠ চিত্তই যিমান উপকাৰ সাধিব পাৰে, পিতৃ-মাতৃ বা কোনো আত্মীয় লোকে সিমান কৰিব নোৱাৰে।

পুপ্ফ বগগো—

ন পৰেসং বিলোমানি ন পৰেসং কতকাতং।
অত্তনোব অবেক্খেয়্য কতানি অকতানি চ॥

পৰৰ দোষ গুণ অথবা পৰে কি কৰিলে নকৰিলে, তালৈ চকু নিদিবা, নিজে কি কৰিছা বা কৰা নাই তালৈহে চকু দিয়া উচিত।

যথাপি পুপ্ফৰাসিম্হা কয়িৰা মালাগুণে বহু।
এবং জাতেন মচ্চেন কত্তব্বং কুসলং বহুং॥



যেনেকৈ ফুলৰ ৰাশিৰপৰা বহু প্ৰকাৰৰ মালা গাঁথিব পাৰি; সেইদৰে জন্ম ধৰা মানুহে বহুত সৎ কৰ্ম্ম কৰিব লাগে।

বাল বগগো—

মধু ব মঞ্ঞতি বালো যাব পাপং ন পচ্চতি।
যদা চ পচ্চতি পাপং বালো দুক্খং নিগচ্ছতি॥

পাপ পৰিপক্ক নোহোৱালৈকে মূৰ্খই তাক মধুৰ যেন বোধ কৰে; কিন্তু যেতিয়া পাপে ফল দেখুৱায় তেতিয়া দুখ পায়।

পণ্ডিত বগ্গো—

উদকং হি নয়ন্তি নেত্তিকা উসুকাৰা নময়ন্তি তেজনং।
দাৰুং নময়ন্তি তচ্ছকা অত্তানং দময়ন্তি পণ্ডিতা॥

মাটি খনা লোকে (পথাৰলৈ) পানী বোৱাই নিয়ে, বাণ সজা লোকে ইচ্ছামতে বাণ সাজে, বাঢৈয়ে ইচ্ছামতে কাঠৰ গঢ় দিয়ে, পণ্ডিতসকলেও নিজক ইচ্ছামতে পৰিচালিত কৰে।

সেলো যথা একঘনো বাতেন ন সমীৰতি।
এবং নিন্দা পসংসাসু ন সমিঞ্জতি পণ্ডিতা॥

শিলাময় পৰ্ব্বত বতাহত নলৰে; সেইদৰে পণ্ডিত লোক নিন্দা আৰু প্ৰশংসাত বিচলিত নহয়।

অৰহন্ত বগ্গো—

যস্সিন্দ্ৰিয়ানি সমথং গতানি
অস্সা যথা সাৰথিনা সুদন্তা।
পহীন মানস্স অনাসবস্স
দেবাপি তস্স পিহয়ন্তি তাদিনো॥

অশ্ব শাসনত ৰখা সাৰথিসকলৰ দৰে যেয়ে ইন্দ্ৰিয়ক শান্ত কৰিছে, তেনে অভিমানশূন্য পাপহীন পুৰুষক দেৱতাসকলেও ঈৰ্ষা কৰে; অৰ্থাৎ তেনে অৱস্থা দেৱতাও কামনা কৰে।

সহস্স বগ্‌গো—

যো চ বস্‌সসতং জীৱে দুপ্‌পঞ্‌ঞো অসমাহিতো।
একাহঃ জীৱিতং সেয়্যো পঞ্‌ঞাৱন্তস্‌স ঝায়িনো॥

দুশ্চৰিত্ৰ আৰু অসংযত শ বছৰ জীয়াই থকা লোকৰ জীৱনতকৈ চৰিত্ৰৱান ধ্যানপৰায়ণ লোকৰ এদিনৰ জীৱনো শ্ৰেয়ঃ।

পাপ বগ্‌গো—

পাপোপি পস্‌সতি ভদ্ৰং যাৱ পাপং ন পচ্চতি।
যদা চ পচ্চতি পাপং (অথ) পাপো পাপানি পস্‌সতি॥

পাপৰ পৰিণাম প্ৰকাশ নোহোৱালৈকে পাপীয়ে পাপক কল্যাণ বুলিয়েই ভাবে; কিন্তু পৰিণাম প্ৰকট হলে দুখ ভোগ কৰে।

দণ্ড বগ্‌গো—

সব্বে তসন্তি দণ্ডস্‌স সব্বে ভায়তি মচ্চুনো।
অত্তানং উপমং কত্বা ন হনেয়্য ন ঘাতয়ে॥

দণ্ড আৰু মৰণক সকলোৱে ভয় কৰে; জীৱন সকলোৰে প্ৰিয়। গতিকে নিজৰ দৰে ভাবি কোনো প্ৰাণীক আঘাত বা হত্যা নকৰিবাঁ।

মা বোচ ফৰুসং কং চি বুত্তা পটিবদেয়্যু তং।
দুক্‌খা হি সাৰম্ভকথা পটিদণ্ডা ফুসেয়্যু তং॥
এস পত্তোহসি নিব্বাণং সাৰম্ভো তে ন বিজ্‌জতি।

কাকো কটু কথা নকবাঁ। যাক কটু কথা কবা, তেওঁ তোমাক কটু কথা কব। খণ্ডৰ বাক্যই দুখ দিয়ে। আনক দণ্ড বিহিলে নিজেও দণ্ডকে পায়। মিছা বাক্য ব্যয় যদি নকৰা তেনেহলে তুমি নিৰ্ব্বাণ পাইছা। তোমাৰ কাৰো সৈতে বিবাদ নাই।



জৰা বগ্‌গো—

জীৰন্তি বে ৰাজৰথা সুচিত্তা,
অথো শৰীৰং পি জৰং উপেতি।
সতং চ ধৰ্ম্মো ন জৰং উপেতি,
সন্তো হৱে সব্‌ভি পবেদয়ন্তি॥

সুচিত্ৰিত ৰাজ-ৰথ জীৰ্ণ হৈ যায়; সেইদৰে শৰীৰো জীৰ্ণ হয়; কিন্তু সাধুসকলৰ ধৰ্ম্ম ক্ষয়-প্ৰাপ্ত নহয়। শান্তলোকে সাধু-সকলৰ আগত এইদৰেই কয়।

অত্ত বগ্‌গো—

অত্তানমেৱ পঠমং পতিৰূপে নিবেসয়ে
অথঞ্‌ঞমনুসাসেয়্য ন কিলিস্‌সেয়্য পণ্ডিতো॥

কৰ্ত্তব্য কামত আগেয়ে নিজক নিৰিষ্ট কৰিবা; পিছত আনক উপদেশ দিবা। পণ্ডিত লোকে এনে কৰিলে ক্লেশ পাব নেলাগে।

অত্তা হি অত্তনো নাথো হিকো নাথো পৰোসিয়া।
অত্তনা হি সুদন্তেন নাথং লভতি দুল্লভং॥

নিজেই নিজৰ আশ্ৰয়। অন্য আশ্ৰয় আৰু কোন থাকিব পাৰে? নিজক সুসংযত কৰিব পাৰিলে মানুহে দুৰ্ল্লভ আশ্ৰয় লাভ কৰে।

অত্তনা ব কতং পাপং অত্তনা সংকিলিস্‌সতি
অত্তনা অকতং পাপং অত্তনা ব বিসুজ্‌ঝতি
সুদ্ধি অসুদ্ধি পচ্চত্তং নাঞ্‌ঞো অঞ্‌ঞং বিসোধয়ে॥

নিজে পাপ কৰি নিজেই কষ্ট পায়, পাপ নকৰিলে নিজেই পৱিত্ৰ হৈ থাকে; শুদ্ধি আৰু অশুদ্ধি দুয়ো নিজৰ অধীন; আনে আনক শুদ্ধ কৰিব নোৱাৰে।

লোক বগ্‌গো—

উত্তিট্‌ঠে নপ্পমজ্জেয়্য ধম্মং সুচৰিতং চৰে।
ধম্মচাৰী সুখং সেতি অস্মিং লোকে পৰম্‌হি চ॥

উঠা, এলেহুৱা হৈ নেথাকিবা, সজ ধৰ্ম্ম আচৰণ কৰা। ধৰ্ম্মচাৰী লোকে ইহলোক পৰলোক উভয়তে সুখে থাকে।

বুদ্ধ বগ্‌গো—

সব্ব পাপস্‌স অকৰণং কুসলস্‌স উপসম্পদা।
সচিত্তপৰিয়োদপনং এতং বুদ্ধান সাসনং ॥

কোনো পাপ নকৰা, মঙ্গলময় কাম কৰা আৰু নিজৰ চিত্তক নিৰ্ম্মলভাৱে ৰখা, এয়ে বুদ্ধৰ অনুশাসন।

সুখ বগ্‌গো—

সুসুখং বত জীৱাম বেৰিনেসু অবেৰিনো।
বেৰিনেসু মনুস্‌সেসু বিহৰাম অবেৰিনো ॥

আহা, আমি শত্ৰুৰ মাজত শত্ৰুহীন, শত্ৰুলোকৰ মাজত শত্ৰুহীন হৈ সুখেৰে জীৱন যাপন কৰোঁ।

পিয় বগ্‌গো—

মা পিয়েহি সমাগচ্ছি অপ্পিয়েহি কুদাচনং।
পিয়ানং অদস্‌সনং দুক্‌খং অপ্পিয়ানং চ দস্‌সনং ॥

প্ৰিয় বা অপ্ৰিয় বস্তুৰ কেতিয়াও অনুৰক্ত নহবাঁ। প্ৰিয় বস্তুৰ অদৰ্শন আৰু অপ্ৰিয় বস্তুৰ দৰ্শন, উভয়েই দুঃখজনক।

কামতো জায়তী সোকো কামতো জায়তী ভয়ং।
কামতো বিপ্পমুত্তস্‌স নত্থি সোকো কুতো ভয়ং ॥

কামৰপৰা শোক উৎপন্ন হয়; যি জন কামৰপৰা মুক্ত, তেওঁৰ শোকেই নাই; ভয় আকৌ থাকিব কেনেকৈ?

কোধ বগ্‌গো—

অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে।
জিনে কদৰিয়ং দানেন সচ্চেন অলিকবাদিনং ॥

ক্ৰোধক ক্ষমাৰে জয় কৰিবাঁ, অসাধুক সাধুতাৰে বশ কৰিবাঁ, কৃপণক দানেৰে জয় কৰিবাঁ, মিছাক সত্যেৰে জয় কৰিবাঁ।



মল বগ্‌গো—

অনুপুব্বেন মেধাবী থোকথোকং খণে খণে।
কম্মাৰা ৰজতস্‌সেব নিদ্ধমে মলমত্তনো ॥

কমাৰে ৰজতৰ মল যি দৰে দূৰ কৰে, সেই দৰে মেধাৱী লোকে নিজৰ মল প্ৰতিক্ষণে অলপ অলপকৈ দূৰ কৰে।

অয়সা ব মলং সমুট্‌ঠিতং
তদুট্‌ঠায় তমেব খাদতি।
এবং অতিধোনচাৰিণং
সানি কম্মানি নয়ন্তি দুগ্‌গতি ॥

লোৰপৰা উৎপন্ন হোৱা মামৰে যিদৰে লো নষ্ট কৰে, সেইদৰে নিজৰ কুকৰ্ম্মসমূহেই ধৰ্ম্ম লঙ্ঘনকাৰী লোকক দুৰ্গতিত পেলায়।

ধম্মট্‌ঠ বগ্‌গো—

ন তেন থেৰো হোতি যেনস্‌স পলিতং সিৰো।
পৰিপক্কো বয়ো তস্‌স মোঘজিন্নো তি বুচ্চতি ॥

মূৰৰ চুলি পকিলেই স্থৱিৰ নহয়। তেওঁৰ বয়সহে পৰিপক্ক হয়; তেওঁ মিছাতে বৃদ্ধ নাম পায়।

যম্‌হি সচ্চং চ ধম্মো চ অহিংসা সঞ্ঞমো দমো।
স ৱে বন্তমলো ধীৰো থেৰো তি পবুচ্চতি ॥

যি জনে সত্য দৰ্শন কৰে, যাৰ ধৰ্ম্ম আছে, যি জন অহিংসা-পৰায়ণ, আৰু সংযমী, সেই নিৰ্ম্মল আৰু ধৃতিসম্পন্ন স্থিৰ লোকে স্থৱিৰ নাম পায়।

মগ্‌গ বগ্‌গো—

বাচানুৰক্‌খী মনসা সুসংবতো
কায়েন চ অকুসলং ন কয়িৰা।
এতে তয়ো কম্মপথে বিসোধয়ে
আৰাধয়ে মগ্‌গমিসিপ্পবেদিতং ॥

বাক্য আৰু চিত্তত সংযত থাকিবাঁ। শৰীৰৰ দ্বাৰা কোনো অপবিত্ৰ কাম নকৰিবাঁ। এই তিনিটা কৰ্ম্মপথক বিশুদ্ধ ৰাখিবাঁ আৰু ঋষিসকলে দেখুওৱা পথেৰে চলিবাঁ।

পকিণ্ণক বগ্গো—

পৰদুক্খুপদানেন যো অত্তনো সুখমিচ্ছতি।
বেৰসংসগ্গ সবংসট্‌ঠো বেৰা সো ন সমুচ্চতি॥

আনক দুখ দি নিজ সুখ কামনা কৰা লোকে কেতিয়াও বৈৰ-ভাবৰপৰা মুক্তি লাভ কৰিব নোৱাৰে।

দূৰে সন্তো পকাসেন্তি হিমৱন্তো ব পব্বতো।
অসন্তেথ ন দিস্‌সন্তি ৰত্তিখিত্তা যথা সৰা॥

সন্ত লোক হিমালয় পৰ্ব্বতৰ দৰে দূৰৰপৰাই প্ৰকাশ হয়; কিন্তু অসৎ লোক ৰাতি নিক্ষেপ কৰা শৰৰ দৰে দৃষ্টিৰ অগোচৰ।

নিৰয় বগ্গো—

নগৰং যথা পচ্চন্তং গুত্তং সন্তৰং বাহিৰং।
এবং গোপেথ অত্তানং খণো বে মা উপচ্চগা॥
খনাতীতা হি সোচন্তি নিৰয়ম্হি সমপ্পিতা।

সীমান্তত থকা নগৰৰ দৰে ভিতৰে বাহিৰে নিজক সদায় সুন্দৰ-ভাৱে ৰক্ষা কৰিবাঁ। ক্ষণ নষ্ট নকৰিবাঁ। ক্ষণ নষ্ট কৰা লোকে নৰকত পৰি দুখ পায়।

নাগ বগ্গো—

দন্তং নয়ন্তি সমিতিং দন্তং ৰাজাভিৰুহতি।
দন্তো সেট্‌ঠো মনুস্‌সেসু যোহতি বাক্যং তিতিক্খতি॥

লোকে শিক্ষিত হাতী জনতাৰ মাজেদি লৈ যায়; ৰজায়ো শিক্ষিত হাতীত উঠি ফুৰে। সেইদৰে লোকৰ তীব্ৰ বাক্য তিতিক্ষাৰে সহন কৰা আত্ম-সংযমী লোক মানুহৰ ভিতৰত শ্ৰেষ্ঠ।



তণ্হা বগ্গো—

সব্ব দানং ধম্মদানং জিনাতি,
সব্ব ৰসং ধম্মৰসো জিনাতি।
সব্ব ৰতিং ধম্মৰতী জিনাতি,
তন্হক্খয়ো সব্বদুক্খং জিনাতি॥

ধৰ্ম্মদানে সকলো দানকে জয় কৰে; ধৰ্ম্মৰসে সকলো আনন্দকে তল পেলায়; তৃষ্ণাৰ ক্ষয়ে সকলো দুখক দূৰ কৰে।

ভিক্খু বগ্গো—

সিঞ্চ ভিক্খু ইমং নাৱং সিত্তা তে লহুমেস্‌সতি।
ছেত্বা ৰাগঞ্চ দোসঞ্চ ততো নিব্বানমেহিসি॥

হে ভিক্ষু, এই দেহ নাও সিঁচি পেলোৱাঁ; মিছা, সন্দেহ, ৰাগ, দ্বেষ আদি ৰূপ পানী সিঁচি পেলালে সি পাতল হব; তুমি নিৰ্ব্বাণ লাভ কৰিব পাৰিবা।

বস্‌সিকা বিয় পুপ্‌ফানি মদ্দৱানি পমুঞ্চতি।
এবং ৰাগঞ্চ দোসঞ্চ বিপ্পমুঞ্চেথ ভিক্খবো॥

যুঁই গছে যেনেকৈ মৰহি পৰা ফুল সৰায়, হে ভিক্ষুসকল, তোমালোকেও সেইদৰে ৰাগ-দ্বেষ পৰিহাৰ কৰিবা।

ব্ৰাহ্মণ বগ্গো—

ন জটাহি ন গোত্তেন ন জচ্চা হোতি ব্ৰাহ্মণো।
যম্হি সচ্চং চ ধম্মং চ সো সোচী সো চ ব্ৰাহ্মণো॥

জটাধাৰণ, গোত্ৰ অথবা জাতিৰ দ্বাৰা ব্ৰাহ্মণ নহয়; যি সত্য দৰ্শন কৰিছে আৰু ধৰ্ম্ম জানিছে, তেৱেঁই শুচি আৰু তেৱেঁই প্ৰকৃত ব্ৰাহ্মণ।

বাৰি পোক্খৰপত্তেৰ আৰগ্গেৰিব সাসপো।
যো ন লিপ্পতি কামেসু তমহং ব্ৰূমি ব্ৰাহ্মণং॥

যি লোক পদুম পাতৰ পানীৰ দৰে আৰু বেজীৰ আগৰ সৰিয়হৰ দৰে কামনাত লিপ্ত নহয়, তেওঁকে মই ব্ৰাহ্মণ বোলোঁ।

অকক্কসং বিঞাপনিং গিৰং সচ্চং উদীৰয়ে।
যায় নাভিসজে কিঞ্চি তমহং ব্ৰূমি ব্ৰাহ্মণং॥

যি জনে অকৰ্কশ, জ্ঞানগৰ্ভ আৰু সঁচা কথা কয়, আৰু যাৰ বাক্য শুনি মানুহৰ কিঞ্চিতো ক্ৰোধ ভাব নজন্মে, তেওঁকেই ব্ৰাহ্মণ বোলোঁ।

ভগৱান বুদ্ধৰ মুখৰ বাণী উদানত সংৰক্ষিত হৈছে। সমাধি অৱস্থাত ভগৱান বুদ্ধৰ দ্বাৰা উচ্চাৰিত গাথাসমূহ আৰু তাৰ লগত জড়িত আখ্যান উদানত আছে। উদান আঠ বৰ্গত বিভক্ত—সেয়ে হৈছে—বোধি বগ্‌গ, মুচলিন্দ বগ্‌গ, নন্দ বগ্‌গ, মেঘিয় বগ্‌গ, সোন থেৰস্‌স বগ্‌গ, জচ্চন্ধ বগ্‌গ, চূল বগ্‌গ আৰু পাটলি-গামিয় বগ্‌গ।

ইতিবুত্তকৰ অৰ্থ হৈছে, "এইদৰে কোৱা হৈছিল" (ভগৱান বুদ্ধৰ দ্বাৰা)। গদ্য-পদ্যত ৰচিত এই গ্ৰন্থৰ এশ বাৰটা ভাগ আছে। বহু ঠাইত পদ্য ভাগ গদ্যৰ ব্যাখ্যাহে মাথোন। ইয়াৰ ভাষা সহজ আৰু নানা উদাহৰণেৰে বিষয়-বস্তু ব্যাখ্যা কৰা হৈছে। যেনে—দানশীল মানুহক বৰ্ষণ কৰা মেঘৰ লগত তুলনা কৰা হৈছে। তৃণ যেনেকৈ বিষ লগা কাঁড়ৰ স্পৰ্শত মলিন হয়, দুষ্ট সঙ্গতো সাধু মলিন হয়। গতিকে দুষ্ট সঙ্গ পৰিত্যাগ কৰা উচিত।

ধম্মপদৰ দৰে সুত্তনিপাত বৌদ্ধ ধৰ্ম্মৰ অন্য এখনি প্ৰসিদ্ধ আৰু মহত্বপূৰ্ণ গ্ৰন্থ। মহামতি অশোকে ভাব্ৰু লিপিত যি সাতোটি বুদ্ধ উপদেশৰ উল্লেখ কৰিছে, তাৰে তিনিটি সুত্তনিপাতত আছে। সেয়ে হৈছে মোনয় সুত্ত (নালকসুত্ত), মুনিগাথা (মুনিসুত্ত) আৰু উপতিস্‌সপসনে (সাৰিপুত্তসুত্ত)। সুত্তনিপাত সৰু বৰ গাথাৰ সমষ্টি; গাথাসমূহক উৰগ, চূল, মহা, অট্‌ঠক, পাৰায়ণ—এই পাঁচ বৰ্গত বিভক্ত কৰা হৈছে। প্ৰথম চাৰি বৰ্গত বিভিন্ন ধৰণৰ ৫৪টা গাথা আছে; পাৰায়ণ বৰ্গত এটি গাথাকে ১৬ খণ্ডত ভগোৱা হৈছে। ইয়াৰ গাথাসমূহ বৌদ্ধধৰ্ম্মৰ মূল সূত্ৰৰ ব্যাখ্যাত বিশেষভাৱে



ব্যৱহৃত হয়। আত্মা, পুনৰ্জ্জন্ম, কৰ্ম্মবাদ, পৰিনিৰ্ব্বাণ, আৰু তাৰ পথৰ বিষয়ে সুত্তনিপাতত আলোচনা কৰা হৈছে। সজ জীৱন কেনেকৈ যাপন কৰিব লাগে, প্ৰকৃত ব্ৰাহ্মণ কাক কয়, মুনিৰ প্ৰকৃতি কি, এনে বিষয় ইয়াত আলোচিত হৈছে।

সাহিত্য স্বৰূপেও এই গাথাসমূহৰ যথেষ্ট মৰ্য্যাদা আছে। পিছৰ যুগত যি বুদ্ধচৰিত বিষয়ৰ কাব্য ৰচিত হৈছিল তাৰো মূল হৈছে সুত্তনিপাত। নালক সুত্তত গৌতমৰ জন্ম বিৱৰণ আছে। জন্মৰ পিছতে অসিত ঋষিয়ে গৌতমক চাবলৈ আহিল। শাক্য-সকলে স্বৰ্ণকাৰে অগ্নিত দিয়া উজ্জ্বল সোণৰ দৰে উদ্ভাসিত সুশ্ৰী পুত্ৰটিক অসিত ঋষিক দেখুৱালে। প্ৰজ্জলিত অগ্নিৰ ন্যায় আকাশ-বিহাৰী উজ্জ্বল তাৰকা সদৃশ, শৰতৰ মেঘমুক্ত তেজোদ্দীপ্ত সূৰ্য্য-প্ৰতিম ৰাজপুত্ৰক দেখি অসিত ঋষি আনন্দত আত্মহাৰা হ'ল। পব্‌বজ্‌জা সুত্তত গৌতমে প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ বৃত্তান্ত আছে। এই সুত্তত গৌতমে কৈছে,—"ভোগৰ দৈন্য দেখি, ত্যাগৰ সুখ চিন্তা কৰি, মই প্ৰব্ৰজ্যা গ্ৰহণ কৰিছোঁ, এয়ে মোৰ চিত্তৰঞ্জক।" পধান সুত্তত নৈৰঞ্জনা নদীৰ তীৰত গৌতমে নিৰ্ব্বাণ লাভৰ কাৰণে ধ্যান কৰাৰ বিৱৰণ আছে। ধ্যানত বিঘ্ন ঘটুৱাবলৈ মাৰে চেষ্টা কৰি বিফল-মনোৰথ হৈ কৈছিল—"কাউৰীয়ে মেদবৰ্ণ পাষাণৰ চাৰিওপিনে উৰি নিজকে নিজে সুধিছিল, ইয়াত কিবা কোমল পদাৰ্থ আছেনে? কিবা মিঠা বস্তুৰ আস্বাদন একা? আস্বাদনৰ পৰা বঞ্চিত হৈ কাউৰী আঁতৰি গৈছিল। পাষাণৰ পিনে উৰা কাউৰীৰ দৰে হতাশ হৈ আমিও গৌতমৰ ওচৰৰ পৰা আঁতৰিব লাগিল।"

আখ্যানমূলক কেইবাটাও সুত্ত এই পুথিত আছে। ৱিন্‌টাৰ-নিট্‌জ্‌ আদি পণ্ডিতসকলে অনুমান কৰে যে পিছৰ যুগত সংস্কৃত, পালি, প্ৰাকৃত ভাষাত যি ইতিহাস, পুৰাণ আখ্যান আদি সাহিত্য গঢ়ি উঠিল, তাৰ মূলতে হৈছে সুত্তনিপাতৰ গাথাসমূহ। এই

সুত্তবোৰ সাধাৰণতে কথোপকথনৰ ৰূপত ৰচিত। এই সম্বন্ধে কাশী ভাৰদ্বাজ সূত্ৰটি উল্লেখনীয়।

"এসময়ত ভগৱান গৌতমে মগধ দেশৰ দক্ষিণ পিনৰ পৰ্ব্বতৰ ওচৰৰ একনাল ব্ৰাহ্মণ গাৱঁত বাস কৰিছিল। সেই সময়ত কৃষি-কৰ্ম্মৰ কাৰণে ব্ৰাহ্মণ কাশী ভাৰদ্বাজে পাঁচ শ নাঙলৰ যোগাৰ কৰিছিল। তেনে সময়তে ভগৱান গৌতম ভাৰদ্বাজৰ কৰ্ম্মক্ষেত্ৰত উপস্থিত হল। কাশী ভাৰদ্বাজে শস্য ছটিয়াইছিল। গৌতম ওচৰত থিয় হোৱা দেখি কাশী ভাৰদ্বাজে কলে, "হে শ্ৰমণ, মই খেতি কৰোঁ আৰু শস্য সিঁচোঁ; তাৰপৰা মোৰ খাদ্য সংগৃহীত হয়। শ্ৰমণ, তুমিও কৰ্ষণ আৰু বপন কাৰ্য্য কৰি জীৱিকা অৰ্জ্জন কৰা।" ভগৱান গৌতমে কলে, "হে ব্ৰাহ্মণ, ময়ো কৰ্ষণ আৰু বপন কৰি খাদ্য সংগ্ৰহ কৰোঁ।" ব্ৰাহ্মণে কলে, "কিন্তু মাননীয় গৌতমৰ নাঙল, ফাল, যুঁৱলি, গৰু দেখোন একোৱেই নাই। অথচ আপুনি খেতি কৰি খাদ্য সংগ্ৰহ কৰে বুলি কৈছে।"

ভগৱান গৌতমে উত্তৰ দিলে, "শ্ৰদ্ধা মোৰ বীজ, তপ বৃষ্টি, প্ৰজ্ঞা নাঙল, বিনয় ঈহমাৰি, মন যুঁৱলি, স্মৃতি ফাল আৰু পচন সাৰ।...বীৰ্য্য মোৰ ভাৰবাহী পশু, সি মোক নিৰ্ব্বাণৰ বাটত নিওঁতে পিছলৈ ঘূৰি নেচায়, আৰু সি মোক যি স্থানলৈ বহন কৰে, তাত শোক নাই। এনেদৰে কৰা কৃষি-কাৰ্য্যই অমৃত ফল দিয়ে; এই কৃষিৰ সম্পাদনত সৰ্ব্ব দুখৰপৰা মুক্ত হওঁ।" (কৃষিৰ উপমা মহাপুৰুষৰ বৰগীততো আছে—কিবিষি কৰো আলো মনাই)।

কথোপকথনৰ ৰূপত পোৱা অন্য এটি সুত্ত হৈছে ধনিয় সুত্ত। এই সুত্তত এজন গোপালকে তেওঁৰ সাংসাৰিক সুখৰ বৰ্ণনা দিছে; লগতে গৌতমে চিত্ত-শান্তিৰ বিজনিত যে সাংসাৰিক সুখ একো নহয়, সেই কথা কৈছে। এই গাথাই প্ৰাচীন ভাৰতৰ মানুহৰ জীৱন-যাত্ৰা আৰু সুখ-সন্তুষ্টিৰ বিষয়ে ইঙ্গিত কৰে। তলত কেৱল গোপালকৰ উত্তৰৰ কেইছত্ৰমান দিয়া হল—



"গোপালক ধনিয়ই কলে, 'মোৰ অন্ন-পাক আৰু দুগ্ধ-দোহন শেষ হৈছে। মই মহানদীৰ পাৰত সপৰিয়ালে বাস কৰোঁ। মোৰ ঘৰ তৃণেৰে আচ্ছাদিত, অগ্নি প্ৰজ্জ্বলিত, মোৰ ঘৰত ম'হ-ডাঁহ নাই। নিবিড় তৃণাচ্ছাদিত গোষ্ঠত গৰুজাকে বিচৰণ কৰিছে। ...মোৰ গোপী কৰ্ত্তব্যপৰায়ণা, নিৰ্লোভ। তেওঁ দীৰ্ঘকাল মোৰ লগত একেলগে বাস কৰিছে। তেওঁ সুন্দৰী, তেওঁৰ অসৎ আচৰণৰ কথা মই কেতিয়াও শুনা নাই। ...মোৰ স্বোপাৰ্জ্জিত জীৱিকা; মোৰ সন্তান আটাইকেইটি মোৰ ওচৰতে আছে। আটাইকেইটি সন্তান স্বাস্থ্যৱান; তেওঁলোকৰ অসৎ আচৰণৰ বিষয়ে মই একো শুনা নাই। ...মোৰ পোৱালি থকা গাই আছে; গোকুলত চেউৰী আৰু দমুৰাও আছে। গাইৰ দলপতি স্বৰূপে বৃষভো আছে। খুটিবোৰ মাটিত পোতা হৈছে; সেইবোৰ অলৰ অচৰ, পঘাবোৰ নতুনকৈ মুঞ্জ বনেৰে কৰা হৈছে; গৰুবোৰে তাক ছিঙিব নোৱাৰে;" ইত্যাদি—

বাসেট্‌ঠ সুত্তটি সামাজিক ইতিহাসৰ পিনৰপৰা মূল্যৱান। এই সুত্তত বাসেট্‌ঠ (বাশিষ্ঠ) আৰু ভাৰদ্বাজ ব্ৰাহ্মণৰ মাজত প্ৰকৃত ব্ৰাহ্মণ কোন—এই বিষয়ে তৰ্ক লাগিছিল। ভাৰদ্বাজৰ মতে যাৰ পিতৃ আৰু মাতৃৰ জাতি সম্ভ্ৰান্ত, যাৰ পূৰ্ব্ব-পুৰুষসকল বিশুদ্ধ, যাৰ বংশ নিৰ্দ্দোষ আৰু অনিন্দনীয়—তেৱেঁই প্ৰকৃত ব্ৰাহ্মণ। বাসেট্‌ঠৰ মতে যি শীলৱান, ব্ৰত-সম্পন্ন, তেৱেঁই ব্ৰাহ্মণ। নিজৰ ভিতৰত এই তৰ্কৰ মীমাংসা কৰিবলৈ অসমৰ্থ হৈ দুয়ো ব্ৰাহ্মণে গৌতম বুদ্ধৰ কাষ চাপি সুধিলে—"জাতিৰ দ্বাৰা ব্ৰাহ্মণ হয়নে, কৰ্ম্মৰ ফলত ব্ৰাহ্মণ হয়?" ভগৱান বুদ্ধই প্ৰকৃত ব্ৰাহ্মণ কোন, সেই কথা কেইবাটিও গাথাৰ মাজেদি প্ৰকাশ কৰিলে। সেই সুত্তৰ কেইটিমান শ্লোকৰ ভাঙনি হৈছে,—

"জাতিৰ হেতু কোনো ব্ৰাহ্মণ অথবা অব্ৰাহ্মণ নহয়; কৰ্ম্মৰ দ্বাৰায়হে ব্ৰাহ্মণ-অব্ৰাহ্মণ হয়। মানুহ কৰ্ম্মৰ হেতু কৃষক হয়,

কৰ্ম্মৰ হেতু শিল্পী হয়, কৰ্ম্মৰ হেতু বণিক হয়, কৰ্ম্মৰ হেতু যাজক আৰু ৰজাও হয়।

"তপ, ব্ৰহ্মচৰ্য্য, সংযম আৰু মিতাচাৰ—ইয়াৰ দ্বাৰায় মানুহ ব্ৰাহ্মণ হয়; যি জন ত্ৰিবিদ্যা সম্পন্ন, শান্ত, পুনৰ্জ্জন্মৰপৰা মুক্ত, তেওঁকেই জ্ঞানীসকলে ব্ৰাহ্মণ বুলি কয়।" ধম্মপদ গ্ৰন্থৰ ব্ৰাহ্মণ বৰ্গৰ লগত এই সুত্তটি তুলনীয়।

সুত্ত-নিপাতৰ মহামঙ্গল সুত্তটি বৌদ্ধসকলে অতি পৱিত্ৰ বিবেচনা কৰে। বিপদ-আপদত আৰু শুভকাৰ্য্যৰ প্ৰাৰম্ভণত এই সুত্তটি আওবোৱা হয়। গৌতম বুদ্ধ জেতবনত বাস কৰোঁতে এই সুত্তটিৰ সৃষ্টি হৈছিল। শ্ৰমণসকলৰ ভিতৰত শুভ বা মঙ্গল দৃশ্য কি, এই বিষয়ে আলোচনা চলিছিল। কোনো কোনোৱে গৰ্ভৱতী নাৰী, শিশু, বগা বলধ দেখা মঙ্গল বুলিছিল; কোনোৱে ফুলৰ গন্ধ, ভূমিকম্প, সুমধুৰ ধ্বনিক মঙ্গল বুলি কৈছিল। তাৰ উত্তৰত ভগৱান বুদ্ধই মহামঙ্গল সুত্তটি উচ্চাৰণ কৰিলে। সেই সুত্তৰ কেইটিমান গাথা তলত দিয়া হল,—

অসেৱনা চ বালানং, পণ্ডিতানঞ্চ চ সেৱনা।
পূজা চ পূজনীয়ানম্, এতং মংগলং উত্তমং।
বাহুসচ্চঞ্চ চ চিপ্‌পঞ্চ, বিনয়ো চ সুসিক্‌খিতো।
সুভাসিতা চ য়া বাচা, এতং মংগলং উত্তমং।
মাতা পিতু উপট্‌ঠানং, পুত্তদাৰস্‌স সংগহো।
অনাকুলা চ কম্মন্তা, এতং মংগলং উত্তমং।
দানং চ ধম্মচৰিয়া চ, ঞাত বা নং চ সং গহো।
অনবজ্জানি কম্মানি, এতং মংগলং উত্তমং।
আৰতি বিৰতি পাপা, মজ্জপানা চ সঞ্‌ঞমো,
অপ্‌পমাদো চ ধম্মেসু এতং মংগলং উত্তমং।
গাৰৱো চ নিবাতো চ, সন্তুট্‌ঠী চ কতঞ্‌ঞুতা।
কালেন ধম্মসৱনং, এতং মংগলং উত্তমং।



তপো চ ব্ৰহ্মচৰিয়া চ অৰিয়সচ্চান দস্‌সনং।
নিব্বাণসচ্চিকিৰিয়া চ, এতং মংগলং উত্তমং।

* * * *

ফুট্‌ঠমাস লোকধম্মেহি, চিত্তম্ যস্‌স ন কম্পতি।
অসোকং বিৰজং খেমং, এতং মংগলং উত্তমং।
এতাদিসানি কত্বান সব্‌বত্‌থ-ম অপৰাজিতা।
সব্‌বতথ সোত্থিং গচ্ছন্তি, তং তেসং মংগলং উত্তমমতি।

অৰ্থাৎ মূৰ্খক সেৱা কৰাৰপৰা বিৰতি, পণ্ডিতক সেৱা, পূজনীয়ক পূজা, এয়ে সৰ্ব্বোত্তম মঙ্গল।

...বহু শ্ৰুতি, শিল্পত নিপুণতা, সুশিক্ষিত বিনয়, সুভাষিত বাক্য, এয়ে সৰ্ব্বোত্তম মঙ্গল। পিতৃ-মাতৃৰ সেৱা, দাৰা-পুত্ৰৰ প্ৰতিপালন আৰু শান্তিপূৰ্ণ জীৱিকা, এয়ে সৰ্ব্বোত্তম মঙ্গল। দান, ধৰ্ম্ম, আচৰণ, জ্ঞাতি-পালন আৰু নিৰ্দ্দোষ কৰ্ম্মৰ অনুষ্ঠান, এয়ে সৰ্ব্বোত্তম মঙ্গল। পাপত অৰতি আৰু বিৰতি, মদ্যপানত অনাসক্তি, কৰ্ত্তব্যত তৎপৰতা, এয়ে সৰ্ব্বোত্তম মঙ্গল। ভক্তি আৰু বিনয়, সন্তুষ্টি আৰু কৃতজ্ঞতা, উপযুক্ত কালত ধৰ্ম্ম শ্ৰৱণ,—এয়ে সৰ্ব্বোত্তম মঙ্গল। তপ, ব্ৰহ্মচৰ্য্য, আৰ্য্য-সত্যৰ দৰ্শন, নিৰ্ব্বাণৰ সাক্ষাৎ, এয়ে সৰ্ব্বোত্তম মঙ্গল। সংসাৰৰ বস্তুৰ দ্বাৰা স্পৃষ্ট হলেও যাৰ চিত্ত নকঁপে, অশোক, ৰজহীন, শান্ত অৱস্থা, এয়ে সৰ্ব্বোত্তম মঙ্গল। এইদৰে কাৰ্য্য কৰি যি সৰ্ব্বত্ৰ অপৰাজিত, সৰ্ব্বত্ৰ স্বস্তি প্ৰাপ্ত, তেৱেঁই সৰ্ব্বোত্তম মঙ্গলৰ অধিকাৰী।

বিমানবথ্‌ুত দেৱতাৰ বিমান অৰ্থাৎ আৱাস সম্বন্ধীয় আৰু পেত্তৱথ্‌ুত প্ৰেত সম্বন্ধীয় আখ্যান আছে। এই দুই গ্ৰন্থত নানা উদাহৰণেৰে কৰ্ম্মবাদ বিচাৰ কৰা হৈছে। বিমানবথ্‌ুত ভিক্ষু মোগ্‌গলানে দেৱতাসকলেনো কি কৰ্ম্মৰ হেতু সুন্দৰ ৰূপ আৰু মনোহৰ আৱাস-স্থান লাভ কৰিছে, সেই বিষয়ে প্ৰশ্ন কৰিছে।

পূৰ্ব্বে কৰা সজ-কৰ্ম্মৰ ফলত দেৱতাই যে এই স্বৰ্গীয় সুখ ভোগ কৰিবলৈ সমৰ্থ হৈছে, তাৰ বৰ্ণনা দিয়া হৈছে। পেতবথু ত প্ৰেতসকলক তেওঁলোকে নৰকত কষ্ট পোৱাৰ কাৰণ সোধা হৈছে। উত্তৰত তেওঁলোকৰ পূৰ্ব্ব দুষ্কৃতিৰ কাহিনী দিয়া হৈছে।

বৌদ্ধ সঙ্ঘত প্ৰৱেশ কৰা থেৰ আৰু থেৰীসকলৰ ( স্থৱিৰ আৰু স্থৱিৰা ) দ্বাৰা উচ্চাৰিত গীতসমূহ থেৰ আৰু থেৰী এই দুই গ্ৰন্থত সংগৃহীত হৈছে। এই গীতবোৰত সমসাময়িক সমাজৰ চিত্ৰ আছে। কিন্তু ব্যক্তিগত ভাৱ-অনুভূতিৰ লগত জড়িত হোৱাৰ হেতু প্ৰাচীন ভাৰতীয় সাহিত্যৰ এই দুই গ্ৰন্থ অনৱদ্য দান। থেৰগাথাৰ ১,২৭৯টি শ্লোক ১০৭টা গীতত বিভক্ত হৈছে। প্ৰায়বোৰ গীততে ভিক্ষুসকলৰ ব্যক্তিগত জীৱন, আন্তৰিক অনুভৱ আৰু বৌদ্ধধৰ্ম্ম সম্বন্ধীয় মুখ্য বিষয়সমূহৰ আলোচনা আছে। তৃষ্ণাৰ সম্পৰ্কত তেলকানি থেৰই কৈছে যে ডিঙিত বৰশী লগা মাছৰ দৰে সকলোৰে অন্তৰত তৃষ্ণা জড়িত আছে; পাশবদ্ধ মৃগ-শূকৰে যেনেকৈ পাশ মুকলি কৰিব নোৱাৰি চট্‌ফটাই পুনৰ দৃঢ়-ভাৱে জালত আবদ্ধ হয়, সেইদৰে মানুহেও তৃষ্ণাত আবদ্ধ হৈ তাৰ পৰা মুক্তি লাভৰ উপায় নেজানি সাংসাৰিক বিষয়ত অধিক-ভাৱেহে লিপ্ত হয়। মহাকশ্যপ স্থৱিৰৰ গাথাত গৃহীলোকৰ নিমিত্তেও ভালেমান সজ উপদেশ আছে। এটি শ্লোকত তেওঁ কৈছে,—

কম্মং বহুকং ন কাৰয়ে পৰিবজ্জেয্য জনং ন উয্যমে,
উস্সুক্কো সো ৰসানুগিদ্ধো অত্‌থং ৰিঞ্চতি য়ো সুখাবহো।
কম্মং বহুকং ন কাৰয়ে পৰিবজ্জেয্য অনত্তনেয্যমেতং।
কিচ্ছতি কায়ো কিলমতি দুক্‌খিতো সো সমথং ন বিন্দতি॥

"বহু কাৰ্য্যত সংশ্লিষ্ট নেথাকিবাঁ, অকল্যাণ বন্ধুক পৰিত্যাগ কৰিবাঁ; লাভ বৃদ্ধি আৰু পৰিষদ বৃদ্ধিৰ চেষ্টা নকৰিবাঁ। এইবোৰ যি ত্যাগ কৰে তেওঁ সুখী হয়। বহু কাৰ্য্যত জড়িত হলে সুখ



নেবাঢ়ে, দুঃখহে বৃদ্ধি হয়; শৰীৰে কষ্ট পায়। দুখী মানুহৰ পক্ষে চিত্তৰ একাগ্ৰতা লাভ কৰা অসম্ভৱ।"

ধৰ্ম্মসেনাপতি সাৰিপুত্ৰই ভিক্ষু জীৱনৰ আদৰ্শ তলৰ গাথাটিত সুন্দৰভাৱে প্ৰকাশ কৰিছে—

নাভিনন্দামি মৰণং নাভিনন্দামি জীৱিতং।
নিক্‌খিপিস্‌সং ইমং কায়ং সম্পজানো পটিস্‌সতো।
নাভিনন্দামি মৰণং নাভিনন্দামি জীৱিতং।
কালং ৱ পটিকঙ্খামি নিব্বিসং ভটকো যথা॥

"মোৰ মৰণৰ ইচ্ছা নাই, জীয়াই থাকিবৰো অভিলাষ নাই। জ্ঞান-পূৰ্ব্বক অতি সাৱধানে অন্তিম সময়লৈ বাট চাই আছোঁ। কাৰ্য্য-সমাপ্তিত পাৰিতোষিক লাভ কৰিবৰ কাৰণে অপেক্ষা কৰা ভৃত্যৰ দৰে ময়ো অন্তিম কাললৈ অপেক্ষা কৰি আছোঁ।"

ভিক্ষুসকলৰ জীৱনৰ লগত নদ-নদী, গিৰি-গুহা, তৰু-তৃণৰ ঘনিষ্ঠ সম্বন্ধ আছিল। প্ৰকৃতিয়ে তেওঁলোকৰ জীৱনৰ ওপৰত নানাভাৱে প্ৰভাৱো বিস্তাৰ কৰিছিল। ভিক্ষুসকলৰ গীতত প্ৰকৃতিৰ বিভিন্ন ঋতুৰ শান্ত, ৰৌদ্ৰ আদি ৰূপৰ পৰিচয় আছে। প্ৰাচীন ভাৰতীয় সাহিত্যত থেৰগাথাত সন্নিহিত প্ৰকৃতি-চিত্ৰণ বিশেষ উল্লেখযোগ্য। অধ্যাপক ৱিণ্টাৰনিট্‌জে থেৰগাথাৰ প্ৰকৃতি বৰ্ণনা ভাৰতীয় গীতি-কাব্যৰ সৰ্ব্বোচ্চ ৰচনা বুলি উল্লেখ কৰিছে। ভিক্ষুসকলৰ ধৰ্ম্ম-সাধনাত প্ৰকৃতিয়ে কিভাৱে সহায় কৰিছিল তাৰ আভাস থেৰগাথাৰ ভালেমান শ্লোকত পোৱা যায়।

বচ্ছ ৰাজগৃহৰ এজন ধনী ব্ৰাহ্মণৰ সন্তান; বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰি বনত বাস কৰাৰ হেতু তেওঁৰ নাম হল বনবচ্ছ। পৰ্ব্বতৰ ৰমণীয়তাই তেওঁৰ হৃদয় কেনেভাৱে শান্ত কৰিছিল, তাৰ উল্লেখ তলৰ শ্লোকটিত আছে—

অচ্ছোদিকা পুথুসিলা গোনঙ্গুলমিগায়ুতা।
অম্বুসেৱালসঞ্ছন্না তে সেলা ৰময়ন্তি মং তি॥

"পৰিস্কাৰ পানী, বহল শিল, গৰুৰ দৰে নেগুৰ থকা মৃগযূথ, পানী আৰু শৈৱাল সংযুক্ত পৰ্ব্বতে মোক আনন্দ দিয়ে।"

মহাকশ্যপ আৰু তালপুট থেৰৰ গাথাতো পৰ্ব্বতৰ মনোহৰ ৰূপৰ বৰ্ণনা আছে। মহাকশ্যপৰ গাথাত আছে—

কৰেৰিমালা বিত্তা ভূমিভাগা মনোৰমা,
কুঞ্জৰাভিৰুদা ৰম্মা তে সেলা ৰময়ন্তি মং।
নীলব্ভৱণ্ণা ৰুচিৰা বাৰিসীতা সুচিন্ধৰা,
ইন্দগোপক সঞ্চন্না তে সেলা ৰময়ন্তি মং॥
নীলব্ভকূট সদিসা কূটাগাৰ বৰূপমা,
বাৰণাভিৰুদা ৰম্মা তে সেলা ৰময়ন্তি মং।
অভিবুট্‌ঠা ৰম্মতলা নগা ইসীহি সেবিতা,
অব্ভুন্নদিতা সিখীহি তে সেলা ৰময়তি মং॥
উম্মা পুপ্ফেন সমানা গগনাব্ভচ্ছাদিতা
নানাদিজগণাকিন্না তে সেলা ৰময়ন্তি মং।
অনাকিণ্ণা গহট্‌ঠেহি মিগসঙ্ঘনিবেসিতা,
নানাদিজগণাকিন্না তে সেলা ৰময়ন্তি মং॥

"কৰৱী বৃক্ষ আৰু মনোৰম ভূমিখণ্ডেৰে শোভিত, কুঞ্জৰযূথ-বিচৰিত শৈলমালাই মোক আনন্দ দিয়ে। নীলাভবৰ্ণ, ৰুচিৰ, বাৰিসিক্ত, পৰিভ্ৰকাৰী ইন্দ্ৰগোপকমণিৰ কীটৰ দ্বাৰা আচ্ছাদিত শৈলমালাই মোক আনন্দ দিয়ে। নীলাভ্ৰকূট-সদৃশ, অনুপম কূটাগাৰ আৰু হাতীযূথ-বিচৰিত শৈলমালাই মোক আনন্দ দিয়ে। মহা-মেঘৰ দ্বাৰা বৰ্ষিত ৰমণীয় ভূমিখণ্ডেৰে শোভিত, ঋষিসকলৰ দ্বাৰা সেৱিত শিখী-নাদেৰে মুখৰিত শৈলমালাই মোক আনন্দ দিয়ে। উমাপুষ্প-সদৃশ নীল আকাশেৰে আচ্ছাদিত, নানা দ্বিজগণ সমাকীৰ্ণ শৈলমালাই মোক আনন্দ দিয়ে। গৃহীৰ লগত সম্বন্ধহীন, মৃগযূথ-বিচৰিত, নানা দ্বিজগণ সমাকীৰ্ণ শৈলমালাই মোক আনন্দ দিয়ে।"



বৰ্ষাকাল ভিক্ষুসকলৰ ধ্যানৰ নিমিত্তে উপযুক্ত সময়। বৰ্ষাৰ সৌন্দৰ্য্যই ভিক্ষুসকলৰ মনলৈ কি প্ৰসন্নতা আৰু প্ৰেৰণা আনিছিল তাৰ ঈঙ্গিত ভালেমান গীতত আছে। চুলক থেৰই মগধৰ ইন্দ্ৰশাল গুহাত সাধনা কৰা সময়ত শিলাবৃষ্টি হ'ল। মেঘ গৰ্জ্জনৰ আনন্দত সুশিখাযুক্ত, সুপেখমধাৰী, সুনীল গ্ৰীৱাসম্পন্ন ময়ূৰবোৰে শব্দ কৰিলে। সেই সময়ত মহামহী মনোহৰ সেউজীয়া ঘাঁহেৰে আবৃত আৰু নৱজলধাৰাৰে অভিষিক্ত হৈছিল। আকাশ নীল-উৎপল-সদৃশ মেঘেৰে পৰিপূৰ্ণ। শীতল বতাহত শৰীৰ শান্ত হোৱাত ধ্যানৰ উপযোগী হৈছিল। ইয়াকে চুলক থেৰই তেওঁৰ গাথাত বৰ্ণাইছে। কোশল ৰাজ্যৰ পৰ্ব্বতৰ নিৰ্জ্জন গুহাত থেৰ বিমলে সাধনা কৰিছিল। এদিন প্ৰবল বৰষুণ হোৱাত তেওঁৰ চিত্তই শান্তি লভিলে—

ধৰণী চ সিঞ্চতি বাতি মালুতো বিজ্জুতা চৰতি নভে।
উপসম্মন্তি বিতক্কা, চিত্তং সুসমাহিতং মমন্তি॥

"বৰষুণত ধৰণী ধৌত হৈছে, বায়ু বৈছে, আকাশত বিজুলীৰ চমকনি। সেই শীতল বায়ুত মোৰ বিতৰ্ক (সন্দেহ) উপশান্ত আৰু চিত্ত সুসমাহিত হৈছে।"

বৰ্ষাকালৰ নদীৰ বৰ্ণনা সপ্পক থেৰৰ গাথাত আছে,—

য়দা বলাকা সুচিপণ্ডৰচ্ছদা কালস্স মেঘস্স ভয়েন তজ্জিতা।
পলেহিতি আলয়মালয়েসিনী তদা নদী অজকৰণী ৰমেতি মং॥
য়দা বলাকা সুচিপণ্ডৰচ্ছদা কালস্স মেঘস্স ভয়েন তজ্জিতা।
পৰিয়েসতিলেন মলেন দস্সনী তদা নদী অজকৰণী ৰমেতি মং॥
কন্নু তত্থ ন ৰমেন্তি জম্বুয়ো উভতো তহিং।
সোভেন্তি আপগাকূলং মহালেনস্স পচ্ছতো॥
তামতমদসং ঘসুপ্পহীনা ভেকা মন্দৱতী পনাদয়ন্তি।
নাজ্জ গিৰিনদীহি বিপ্পবাস সময়ো,
খেমা অজকৰিণী সিবা সুৰম্মাতি॥

"যি বৰ্ষাকালত ধক্‌ধক্‌কৈ বগা পাখিৰ বগলি-জাকে ক'লা মেঘৰ গৰ্জ্জন ভয়ত পলাই গৈ নিজৰ বাঁহত লুকাবলৈ চেষ্টা কৰে, সেই সময়ত বাৰিষাৰ নতুন ঢলেৰে পৰিপূৰ্ণ অজকৰণী নদীয়ে মোকযে কিমান আনন্দ দিয়ে! অজকৰণী নদীৰ জামু গছেৰে সুশোভিত হুয়ো পাৰৰ দৃশ্যইযে মোক কিমান আনন্দ দিয়ে। সাপৰ ভয় নোহোৱাত ভেকুলিবোৰে মধুৰ আৱাও কৰিছে। আজি পৰ্ব্বত আৰু নদীৰ পৃথক হৈ থাকিবৰ অৱসৰ নাই, অৰ্থাৎ বাৰিষাৰ পানীৰে সকলো ঠাই একাকাৰ কৰিছে। বাৰিষাৰ বাৰিধাৰাত এই অজকৰণী নৈখন কিমান ৰমণীয়, কিমান মঙ্গলময় আৰু গভীৰ হৈছে।"

থেৰীগাথাৰ শ্লোকসমূহত ভিক্ষুণীসকলৰ জীৱনকাহিনী মনোৰমভাৱে প্ৰকাশ পাইছে। বৌদ্ধযুগৰ তিৰোতাৰ বিষয়ে জানিবলৈ হলে থেৰীগাথাৰ বাহিৰে দ্বিতীয় গ্ৰন্থ নাই। সাধাৰণ তিৰোতা, ৰূপ-লাৱণ্যময়ী যুঁৱতী, ৰাজমহিষী, নিপুণ নৰ্ত্তকী, বাৰবণিতাৰ জীৱনকাহিনীৰ বৰ্ণনা থেৰীগাথাত আছে। সংসাৰৰ সুখ-ভোগত বিৰক্তি জন্মি বৌদ্ধধৰ্ম্মৰ প্ৰতি এই তিৰোতা-সকল কেনেদৰে আকৃষ্ট হৈছিল, তাৰ পৰিচয় প্ৰতিটি গাথাত পোৱা গৈছে। বৈশালীৰ গণিকা বিমলাই বৌদ্ধধৰ্ম্মত আশ্ৰয় লৈ যি শান্তি লভিছিল তাক বৰ্ণাইছে—

আজি মোৰ মুৰ খুৰুৱা হৈছে, কাষায় বস্ত্ৰ পৰিধান কৰিছোঁ, বৃক্ষমূলত বহি ধ্যানস্থ হৈছোঁ। দৈৱ আৰু মানুহৰ সকলো বন্ধনৰপৰা মই মুক্ত। চিত্ত বিমূঢ় কৰা সকলো আসৱক (পাপক) দূৰ কৰিছোঁ। আজি মই শান্তি আৰু নিৰ্ব্বাণ লভিছোঁ।

সকলোবোৰ গাথাতে ব্যক্তিগত জীৱনৰ অভিজ্ঞতা আৰু স্বীকাৰোক্তি পোনপটীয়াভাৱে প্ৰকাশ কৰা হৈছে। নাৰীৰ জীৱনত সন্তানৰ মৃত্যু অতি শোক-লগা ঘটনা। সন্তানৰ মৃত্যুত বলিয়া হৈ বুদ্ধৰ কাষ চাপি প্ৰব্ৰজ্যা গ্ৰহণ কৰা বহু ৰমণীৰ উল্লেখ আছে।



বাসিট্‌ঠী এগৰাকী বৈশালী নগৰৰ সম্ভ্ৰান্ত ঘৰৰ তিৰোতা আছিল। সন্তানৰ মৃত্যুত উন্মাদিনী হৈ তেওঁ গৃহ ত্যাগ কৰি মিথিলাৰ বাটে বাটে ঘূৰি ফুৰিছিল। ভাগ্যক্ৰমে ভগৱান বুদ্ধৰ লগত সাক্ষাত হোৱাত বুদ্ধৰ ধৰ্ম্ম-উপদেশত তেওঁৰ হৃদয় শান্ত হ'ল। এই কথা বাসিট্‌ঠীয়ে আন্তৰিকতাৰে সৈতে বৰ্ণাইছে,—

পুত্ৰ-শোকাতুৰা, বিৱসনা আৰু আলুলায়িত কেশেৰে মই বাটত শ্মশানত ক্ষুধাৰ্ত্ত আৰু তৃষ্ণাৰ্ত্ত হৈ তিনি বছৰ ভ্ৰমণ কৰিছিলোঁ। অৱশেষত মিথিলা নগৰত সুগতৰ (বুদ্ধৰ) দৰ্শন লভিলোঁ। সেই গৌতমৰ অনুকম্পাত মই ধৰ্ম্ম শিক্ষা পালোঁ। তেওঁৰ উপদেশ শুনি সংসাৰ ত্যাগ কৰি প্ৰব্ৰজ্যা গ্ৰহণ কৰিলোঁ; বুদ্ধৰ বাক্য পালন কৰি মই আজি সৰ্ব্বোত্তম মঙ্গলৰ অধিকাৰিণী হৈছোঁ।

কোশল ৰজাৰ ৰাজমহিষী উব্বিৰীৰ জীৱা নামৰ শিশু কন্যাৰ মৃত্যু হ'ল। উব্বিৰীয়ে সদায় শ্মশানলৈ গৈ কন্দা-কটা কৰে। গৌতম বুদ্ধই এদিন তেওঁক সেই অৱস্থাত দেখি সুধিলে, "দেৱী, তুমি কান্দিছা কিয়?" "কন্যাৰ শোকত"—ৰাণীয়ে কলে। তাৰ উত্তৰত বুদ্ধই এই গাথাটি গালে,—

উব্বিৰী, জীৱা জীৱা বুলি তুমি বনে বনে কান্দি ফুৰিছা। শান্ত হোৱা; চোঁৱা, এই শ্মশানত জীৱা নামৰ সহস্ৰ সহস্ৰ কন্যা ভস্মীভূত হৈছে। তুমি কোন জীৱাৰ কাৰণে শোকাতুৰা হৈছা?

বুদ্ধৰ উপদেশত উব্বিৰীৰ অন্তৰ্দৃষ্টি মুকলি হ'ল, প্ৰকৃত সত্য উপলব্ধি হোৱাত তেওঁৰ কন্যা-শোক দূৰ হ'ল। তেওঁ গালে—

মোৰ অন্তৰ বিদ্ধ কৰা শৰ দূৰ কৰা হৈছে। প্ৰিয় সন্তানৰ কাৰণে উদ্ভৱ হোৱা শোকে মোৰ গোটেই জীৱন বিষাক্ত কৰিছিল। সেই শোক আৰু আজি মোৰ নাই। আজি মোৰ হৃদয় শান্ত, আকুলতা-শূন্য।

ভালেমান পুত্ৰশোকা তিৰোতাই আহি ভিক্ষুণী পাটাচাৰাৰ কাষ চপাত পাটাচাৰাই তলৰ গাথাৰে তেওঁলোকৰ দুখ উপশম কৰিছিল,—

মানুহ কোন বাটে আহে আৰু কোন বাটে যায়, সি অজ্ঞাত। তোমাৰ কাষলৈ যি জন আহিছিল, তেওঁ বা কিয় আহিছিল? তেওঁকেই মোৰ পুত্ৰ মোৰ পুত্ৰ বুলি ভাবি মিছাতে কিয় কান্দিছা? তেওঁ কোন বাটে আহিছিল আৰু কোন বাটে গ'ল, সি তোমাৰ অজ্ঞাত। নেকান্দিবাঁ, পৃথিৱীত এয়ে প্ৰাণীৰ ধৰ্ম্ম। অযাচিতভাৱে তেওঁ আহিছিল, যাবৰ সময়তো তেওঁ কাৰো আদেশত যোৱা নাই। মাত্ৰ কেইদিন মানৰ কাৰণে ইয়ালৈ আগমন আৰু অৱস্থান। এক বাটে আগমন, অন্য বাটে গমন; মৰণ ৰূপান্তৰ-গ্ৰহণ মাথোন। যেনেভাৱে আগমন সেই ৰূপেই প্ৰস্থান। তেন্তে কান্দা কিয়?

সাধাৰণ তিৰোতাই দুখ-কষ্ট উপশম কৰিবলৈ কেনেকৈ ধৰ্ম্ম গ্ৰহণ কৰিছিল তাৰ পৰিচয় চন্দ্ৰাৰ গাথাত আছে। চন্দ্ৰা ব্ৰাহ্মণৰ কন্যা। সৰুতে তেওঁৰ পিতৃ-মাতৃৰ মৃত্যু ঘটাত চন্দ্ৰাই ভিক্ষা কৰি অতি কষ্টেৰে জীৱন ধাৰণ কৰিব লগা হয়। চন্দ্ৰাই নিজেই কৈছে—

বিধৱা, নিঃসন্তান, বন্ধু, আৰু জ্ঞাতিহীন নিৰন্ন আৰু বস্ত্ৰহীন অৱস্থাত জীৱন কটাইছিলোঁ। দণ্ড আৰু ভিক্ষা-পাত্ৰ হাতত লৈ দুৱাৰে দুৱাৰে মাগি ফুৰিছিলোঁ। ৰ'দ আৰু শীতত জৰ্জ্জৰিত হৈ সাত বছৰ ভ্ৰমণ কৰিছিলোঁ।

ভিক্ষুণী পাটাচাৰাৰ কৃপাত চন্দ্ৰাই প্ৰব্ৰজ্যা গ্ৰহণ কৰি সংসাৰ দুখৰপৰা মুক্তি লাভ কৰে। বাৰবণিতা বিমলাৰ উল্লেখ পূৰ্ব্বে কৰা হৈছে। নিজৰ পূৰ্ব্ব জীৱনৰ বিষয়ে তেওঁ বহলাই কৈছে,—

সৌন্দৰ্য্যৰ মধুৰিমাত উদ্দীপ্ত হৈ জনগণৰ সৌভাগ্য আৰু খ্যাতি লাভ কৰি যৌৱনৰ অহঙ্কাৰত মত্ত হৈ অজ্ঞান আৰু অনৱহিত হৈ মই গৰ্ব্বিত হৈছিলোঁ। মোৰ অলঙ্কৃত বিভূষিত দেহে ডেকাসকলক আকৰ্ষণ কৰিছিল। মই ফান্দ ৰচনা কৰা ধূৰ্ত্ত ব্যাধৰ দৰে গণিকালয়ৰ দুৱাৰত তীক্ষ্ণ দৃষ্টিৰে থিয় হৈছিলোঁ। মই লাজ কাটি কৰি দেহ-সৌন্দৰ্য্য দেখুৱাবলৈ অনাবৃতা হৈছিলোঁ। উচ্চ হাস্য আৰু বিবিধ কলা-কৌশলেৰে বহুজনক কলঙ্কিত কৰিছিলোঁ।

সুন্দৰী যুৱতীয়ে গাৰ্হস্থ্য জীৱন উপেক্ষা কৰি প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ দৃষ্টান্ত অনোপমাৰ জীৱনত পোৱা যায়। অনোপমাই বৌদ্ধ ধৰ্ম্মত দীক্ষিত হৈ তলৰ গাথাটি ৰচনা কৰিছে—



ধনৱান ঐশ্বৰ্য্যশালী উচ্চ বংশত মোৰ জন্ম; ৰূপ আৰু বৰ্ণত মই শ্ৰেষ্ঠ। ৰাজপুত্ৰ, শ্ৰেষ্ঠী-পুত্ৰ আদি মোৰ পাণিপ্ৰাৰ্থী হৈছিল। তেওঁলোকে মোৰ পিতৃৰ ওচৰলৈ দূত পঠিয়াই কোৱাইছিল, অনোপমাক আমাক দান কৰক, আমি তেওঁৰ দেহৰ জোখৰ আঠ গুণ সোণ দিবলৈ প্ৰস্তুত।

অনোপমাই এই সকলো প্ৰত্যাখ্যান কৰি তথাগতৰ ধৰ্ম্ম গ্ৰহণ কৰিলে।

শুভা আছিল ৰাজগৃহৰ ধনী সোণাৰীৰ কন্যা। দেখাত শুৱনী হেতু বাপেক-মাকে নাম ৰাখিছিল শুভা। তেৰোঁ ঐশ্বৰ্য্য-সম্পত্তি, গৃহ ত্যাগ কৰি, আত্মীয়-স্বজনৰ বাধা-নিষেধ নেমানি ভিক্ষুণীৰ জীৱন গ্ৰহণ কৰিলে। থেৰীগাথাৰ ভিতৰত শুভাৰ ৰচিত গাথাটি মনোৰম; এই গাথাটিক পণ্ডিতসকলে ভাৰতীয় আখ্যানমূলক গীতৰ (বেলেড) প্ৰাচীন নিদৰ্শন বুলি অভিহিত কৰিছে। গাথাটিত আছে,—

তৰুণ বয়সত নিৰ্ম্মল বস্ত্ৰ পিন্ধি যি দিনা আগ্ৰহেৰে বুদ্ধৰ বচন শুনিলো, সেই দিনাই মই সত্যৰ সন্ধান পালোঁ।

সেই দিনাৰপৰাই সংসাৰৰ ভোগ-সুখত অনাসক্তি জন্মিল। এই দেহৰ অনৰ্থতা উপলব্ধি কৰি তাৰ উচ্ছেদত কৃতসংকল্প হলোঁ।

জ্ঞাতি, দাস, গাওঁ, বিলাসভূমি আৰু ভোগ-বিলাসৰ অন্যান্য সকলো ৰমণীয় বস্তু পৰিত্যাগ কৰিলোঁ। সুবিশাল ঐশ্বৰ্য্য সম্পত্তি দলিয়াই পেলাই প্ৰব্ৰজ্যা গ্ৰহণ কৰিলোঁ।

সোণ-ৰূপে মানুহক জ্ঞান বা শান্তি দিব নোৱাৰে। এইবোৰ শ্ৰমণৰ উপযুক্ত অথবা শ্ৰেষ্ঠ সম্পদ নহয়।

এইবোৰ মাত্ৰ লোভ, মদ, মোহ আৰু কামৰ জনক; আশঙ্কা উদ্বেগৰ সৃষ্টিকাৰী আৰু খন্তেকীয়া।

এইবোৰত আসক্ত হৈ প্ৰমত্ত আৰু ভোগলালায়িত মানুহ পৰম্পৰৰ বিৰোধী আৰু শত্ৰু হয়।

বধ, বন্ধন, নিৰ্য্যাতন, চিত্তনাশ, শোক আৰু বিলাপ—এই সকলো কামাসক্ত মানুহৰ ভাগ্যতহে ঘটে।

সোণ-ৰূপৰ দ্বাৰা আসৱৰ ( পাপৰ ) নাশ নহয়। ভোগ-তৃষ্ণা নিৰ্দ্দয়, প্ৰাণ-নাশী শত্ৰু। এইবোৰে মানুহক শৰবিদ্ধ কৰি বন্ধন অৱস্থালৈ নিয়ে।

মই যেন পুনৰ পাৰ্থিৱ বস্তুত লিপ্ত নহওঁ। এইবোৰে মোক ত্ৰাণ কৰিব নোৱাৰে; ইহঁত প্ৰাণনাশী শত্ৰু আৰু দপ্‌দপ্‌কৈ জ্বলি থকা জুই একুৰা।

এইবোৰ বিঘ্ন-সমাকীৰ্ণ, ভয়াবহ, বিৰক্তিকৰ, কণ্টকাকীৰ্ণ আৰু দুৰ্গম গহ্বৰ সদৃশ। এই গহ্বৰত পৰিলে মানুহ জ্ঞানহীন হয়।

ভোগতৃষ্ণাই মানুহৰ দুৰ্গতিৰ কাৰণ। মানুহে নিজৰ কোড় নিজেই মাতি লয়।

এই তৃষ্ণাৰপৰা উন্মত্ততা আৰু প্ৰলাপৰ জন্ম; ইয়াৰ দ্বাৰা চিত্ত মথিত হয়, এয়ে হৈছে মাৰৰ বান্ধোন।

ভোগ-তৃষ্ণা অনন্ত দুৰ্দ্দশাৰ আকৰ, বহু দুখেৰে পৰিপূৰ্ণ, বিষাধাৰ; ই স্বাদহীন, অশান্তিকৰ আৰু মানৱ জীৱনৰ শ্ৰেষ্ঠাংশৰ শোষণকাৰী।

বাসনাসমূহৰ লগত যুঁজ কৰি মই শান্তিৰ অপেক্ষাত আছোঁ। বাসনাৰ বান্ধোন ছিঙিবলৈ মই যত্নপৰ।

যি মাৰ্গত শোক নাই, যি মাৰ্গ নিৰ্ম্মল আৰু নিৰ্ব্বাণ-প্ৰদৰ্শী, ঋষিসকলে যাৰ সহায়ত উত্তীৰ্ণ হৈছে, সেই সৰল আৰ্য্য অষ্টাঙ্গিক মাৰ্গ মই অনুসৰণ কৰিছোঁ।

চোঁৰা, সোণাৰীৰ কন্যা শুভাই শুদ্ধ ধৰ্ম্মত প্ৰতিষ্ঠিত হৈ তৃষ্ণা জয় কৰি গছৰ তলত ধ্যানস্থ হৈছে।

ধৰ্ম্মত শ্ৰদ্ধাৱতী হৈ প্ৰব্ৰজ্যা গ্ৰহণ কৰা দিনৰপৰা আজি আঠ দিন। তথাগতৰ ওচৰত উপদেশ গ্ৰহণ কৰি আজি শুভা ত্ৰিবিদ্যাসিদ্ধ আৰু মৃত্যুজয়ী হৈছে।

তেওঁ মুক্ত, অঋণী, উচ্চজ্ঞানশালিনী ভিক্ষুণী। তেওঁ সকলো বন্ধন বিমুক্ত, তেওঁৰ সৰ্ব্বকৰ্ত্তব্য সুসম্পন্ন; শুভা আজি অনাসৱ ( পাপহীন )।

সাংসাৰিক জীৱনৰ বহু করুণ কাহিনীও থেৰীগাথাত চিত্ৰিত হৈছে। কিসাগোতামীৰ বাটতে কষ্টকৰ প্ৰসৱ বেদনা উপজিল; সেই একে সময়তে তেওঁৰ স্বামীৰ বনত মৃত্যু ঘটে। কিসা-গোতামীয়ে এটি সন্তান প্ৰসৱ কৰিলে। নৱজাত শিশু আৰু কোলাৰ কেচুৱা দুয়োকে লৈ কিসাগোতামীয়ে কোনোমতে ঘৰ পালেহি। ঘৰত আহি শুনিলে যে তেওঁৰ পিতাক আৰু ভায়েক



দুয়োৰে মৃত্যু ঘটিছে; সেই একে সময়তে সন্তান দুটিৰো মৃত্যু হ'ল। তেওঁ নিজেই কৈছে,—

"প্ৰসৱৰ নিমিত্তে ঘৰমুৱা হলোঁ, বাটত স্বামীক হেৰুৱালোঁ। প্ৰসৱৰ সময়ত ঘৰ আহি নেপালোহি। মোৰ নিচিনা হতভাগিনী কোন আছে? দুয়োটা সন্তানকে হেৰুৱালোঁ, বাটত স্বামীৰ মৃত্যু নিজ চকুৰে দেখিলোঁ; আই, বোপাই আৰু ভাইক এক চিতাতে পোৰা দেখিলোঁ। ·····শ্মশানত পেলাই দিয়া পুত্ৰৰ মৃতদেহ বনৰ পশুৱে খোৱা দেখিছোঁ। সকলোকে হেৰুৱাইছোঁ, সকলোৰে দ্বাৰা বৰ্জ্জিত হৈছোঁ, পতিহীনা হৈছোঁ।"

কিসাগোতামীয়ে বৌদ্ধ ধৰ্ম্মত শৰণ লৈ শান্তি লাভ কৰি কৈছে,—

"এতিয়া মই বেদনামুক্ত, ভাৰমুক্ত, মোৰ সকলো কৰ্ত্তব্য সম্পন্ন হৈছে। মোৰ চিত্ত সকলো বন্ধনৰ পৰা মুক্ত আৰু সম্পূৰ্ণভাৱে শান্ত।"

এনে ধৰণৰ করুণ-কাহিনী ভিক্ষুণী পাটাচাৰাৰ জীৱনতো আছে। পাটাচাৰাৰ জন্ম হৈছিল শ্ৰাৱস্তী নগৰৰ এক ৰাজকোষা-ধ্যক্ষৰ ঘৰত। যৌৱনত পাটাচাৰাই পিতৃ-মাতৃৰ অনিচ্ছা সত্ত্বে নিজ ঘৰৰ পৰিচাৰক এজনৰ লগত ঘৰ এৰি পলাই গৈ দূৰৰ সৰু গাওঁ এখনত স্বামী-স্ত্ৰীভাৱে বাস কৰে। পাটাচাৰাৰ দ্বিতীয় সন্তান জন্মৰ ৰাতি ভীষণ বতাহ বৰষুণ হয়। বৰষুণৰ পানী ভগা ছালৰ সুৰুঙাইদি ঘৰত সোমাবলৈ ধৰে। পাটাচাৰাই গিৰিয়েকক তাৰ প্ৰতিকাৰ কৰিবলৈ অনুৰোধ জনালে। গিৰিয়েকে মাজ ৰাতিয়েই অৰণ্যৰ পৰা বাঁহ খেৰ আনিবলৈ গ'ল; আৰু তাতে তেওঁৰ সৰ্প-দংশনত মৃত্যু ঘটিল। গিৰিয়েকৰ মৃত্যুত বলিয়া হৈ অসহায়া পাটাচাৰাই পুৱা দুই পুত্ৰক কোলাত লৈ নিজ পিতৃ-মাতৃৰ ঘৰলৈ যাবলৈ ওলাল। বাটতে এখন নদী; নদীত পূৰ্ব্বে পানী কম আছিল যদিও ৰাতিৰ ধাৰাষাৰ বৰষুণত সোঁত প্ৰবল হল। পাটাচাৰাই ডাঙৰ লৰাটো এপাৰে এৰি সৰুটো কোলাত লৈ সিপাৰে থলেগৈ। সৰুটো পাৰত থৈ পিছলৈ চাই চাই

ডাঙৰটোক নিবলৈ নদীৰ মাজ পাওঁতেই এটা শেণে সৰু লৰাটো থাপ মাৰি নিয়া দেখি পাটাচাৰাই হাঔ-বিঔ কৈ চিঞৰিলে। মাকৰ চিঞৰ শুনি পাৰৰপৰা ডাঙৰ লৰাটোৱে মাকক লগ ধৰিবলৈ নদীৰ মাজলৈ লৰ দিলে। ডাঙৰটোও নদীৰ গৰ্ভত লীন গ'ল। এনেদৰে দুয়ো সন্তানক হেৰুৱাই পাটাচাৰা শ্ৰাৱস্তী নগৰৰ কাষ পালেগৈ। যোৱা নিশাৰ বতাহ বৰষুণে শ্ৰাৱস্তী নগৰবো বহু অনিষ্ট সাধিছিল। পাটাচাৰাই নগৰৰ ওচৰতে মানুহ এজনক লগ পাই নিজ পিতৃ-মাতৃৰ বাতৰি সুধি যোৱা নিশা ঘৰ ভাগি গাত পৰাত কোষাধ্যক্ষ আৰু তেওঁৰ স্ত্ৰীৰ মৃত্যু ঘটিল বুলি বুজ পালে। ইমানবোৰ বিপদে একেলগে জুমুৰি দি ধৰাত পাটাচাৰা উন্মাদিনী হল। তেওঁৰ গাৰ বস্ত্ৰ ( পট্ট আচৰা ) স্থলকি পৰিল। বলিয়া হৈ ঘূৰি-ঘূৰি তেওঁ বুদ্ধৰ কাষ পালেগৈ। বুদ্ধৰ অনুগ্ৰহত তেওঁৰ স্মৃতি ঘূৰি আহিল। বুদ্ধই তেওঁক সান্ত্বনা দি কলে,—

পাটাচাৰা, তোমাৰ হেৰোৱা ধনৰ পুনৰ উদ্ধাৰ অসম্ভৱ। ···চাৰি মহা সমুদ্ৰৰ পানী একেলগ কৰিলেও তোমাৰ চকুৰ পানীৰ সমান নহব।··· ··

পাটাচাৰা, জন্মান্তৰ পিছত সন্তান-সন্ততি, আত্মীয়-কুটুম্ব কোনেও মানুহক সহায় কৰিব নোৱাৰে। এই পৃথিৱীতেই তেওঁলোক সহায় কৰিবলৈ অসমৰ্থ! গতিকে, জ্ঞানী মানুহে শুদ্ধাচাৰী হৈ নিৰ্ব্বাণ-মাৰ্গৰ অনুশীলন কৰা উচিত।

বুদ্ধৰ ধৰ্ম্মোপদেশত পাটাচাৰাই অৰ্হত্ব লাভ কৰি তলৰ গাথাটি গালে,—

নাঙ্গলেৰে কৰ্ষণ আৰু ধান বপন কৰি মানুহে ধন আৰ্জ্জে, আৰু সেই ধনেৰে স্ত্ৰী-পুত্ৰ প্ৰতিপালন কৰে।

শীলাৱতী আৰু বুদ্ধ শাসন পালনত তৎপৰ আৰু নিৰহঙ্কাৰী হৈ মই নিৰ্ব্বাণ লাভ কৰিম।

ঘৰুৱা জীৱনৰ সৰু বৰ চিত্ৰৰ পৰিচায়ক স্বৰূপে মুক্তাৰ গাথাটি মন কৰিবলগীয়া। মুক্তা কোশল দেশৰ এজন দুখীয়া ব্ৰাহ্মণৰ ছোৱালী। কুঁজা ব্ৰাহ্মণ এজনৰ লগত তেওঁৰ বিয়া হৈছিল।



উৰাল, ঢেঁকী-থোৰা আৰু কুঁজা স্বামীয়ে তেওঁৰ জীৱন দুৰ্ব্বহ কৰি তুলিছিল। এই ত্ৰিবিধ বেঁকা পদাৰ্থৰপৰা হাত সাৰিবলৈ মুক্তাই বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰে।

বৈশালীৰ ৰাজ উদ্যানত আমগছৰ তলত স্বয়ং-সম্ভৱা ৰূপে অম্বপালীৰ জন্ম হয়। নগৰৰ উদ্যানপালকে তুলি-তালি তেওঁক ডাঙৰ-দীঘল কৰে; আম্ৰ-উদ্যান-পালকৰ কন্যা বুলি নাম হয় অম্বপালী। বয়স হোৱাৰ লগে লগে অম্বপালী অনিন্দ্যসুন্দৰী হৈ উঠিল। তেওঁক লাভ কৰিবলৈ বৈশালীৰ ৰাজপুত্ৰ আৰু ধনীৰ পুত্ৰসকলৰ মাজত কন্দলৰ সৃষ্টি হয়। কিন্তু সৰ্ব্বশেষত অম্বপালী কাৰো স্ত্ৰী নহৈ নৰ্ত্তকী হয়। কিয়নো সৰ্ব্বাঙ্গসুন্দৰী তিৰোতাই কোনো পতি বৰণ কৰিব নোৱাৰে বুলি সেই সময়ত বৈশালীৰ এটি নিয়ম আছিল। এবাৰ বুদ্ধদেৱে অম্বপালীৰ আম্ৰ-উদ্যানত ধৰ্ম্ম প্ৰচাৰ কৰিছিল। অম্বপালীয়ে সেই সময়ত বুদ্ধক নিজৰ গৃহলৈ নিমন্ত্ৰণ কৰি সেৱা-শুশ্ৰূষা কৰে আৰু তেওঁৰপৰা ধৰ্ম্ম-কথা শুনি প্ৰৱ্ৰজ্যা গ্ৰহণ কৰে। অম্বপালীয়ে নিজৰ উদ্যানত বিহাৰ নিৰ্ম্মাণ কৰি ভিক্ষু-সঙ্ঘক দান কৰিছিল। অম্বপালীয়ে তেওঁৰ গাথাত দেহৰ সৌন্দৰ্য্য, তাৰ ক্ষণভঙ্গুৰতা আৰু অসাৰতাৰ বিষয়ে বৰ্ণাইছে,—

এসময়ত মোৰ মূৰৰ চুলি ভোমোৰাৰ দৰে কলা আৰু কেকোঁৰা আছিল। জৰা প্ৰাপ্ত হোৱাত ই এতিয়া গছৰ বাকলিৰ ৰূপ লৈছে।

পুষ্পাভৰণে শোভিত আৰু সুগন্ধি প্ৰসাধনৰ হেতু এই চুলিৰপৰা পূৰ্ব্বে মধুৰ গন্ধ উৰিছিল। ই এতিয়া জৰাগ্ৰস্ত হৈ শহা পহুৰ নোমৰ গোন্ধ লৈছে।

বহল চকু দুটা গাঢ় নীল বৰণৰ মণিৰ দৰে উজ্জ্বল আৰু জ্যোতিৰ্ম্ময় আছিল। জৰাগ্ৰস্ত হৈ সিহঁত এতিয়া জ্যোতিহীন।

এই দেহ এসময়ত এনেকুৱা আছিল, কিন্তু আজি সি জীৰ্ণ-শীৰ্ণ, দুখৰ আলয়ত পৰিণত হৈছে। এই জীৰ্ণ কলেৱৰপৰা প্ৰলেপ খহি পৰিছে।

তিৰোতাসকলেযে কেৱল নিজেই ধৰ্ম্ম গ্ৰহণ কৰি সন্তুষ্টি লাভ

কৰিছিল, তেনে নহয়; তেওঁলোকে নিজৰ পিতৃ-মাতৃ আত্মীয়-স্বজনকো বৌদ্ধধৰ্ম্মত শৰণ লৈ সকলো দুখৰপৰা আঁতৰি থাকিবলৈ নিৰ্দ্দেশ দিছিল। এই সম্পৰ্কে ৰোহিণী আৰু তেওঁৰ পিতাকৰ লগত হোৱা কথোপকথন উদ্ধৃত কৰিলেই যথেষ্ট হব।

"ৰোহিণী, তোমাৰ মুখত সদায় মাথোন সৌৱা শ্ৰমণ, সৌৱা শ্ৰমণ। তোমাৰ মুখত সদা-সৰ্ব্বদা শ্ৰমণৰে যশ-কীৰ্ত্তন। তুমি নিজেও শ্ৰমণী হবলৈ ইচ্ছা কৰানেকি? তুমি শ্ৰমণসকলক বহু অন্ন-পান দান কৰা। কোৱাঁচোন ৰোহিণী, শ্ৰমণসকল তোমাৰ কিয় ইমান প্ৰিয়?"

"পিতা, বহুবাৰ তুমি মোক শ্ৰমণসকলৰ বিষয়ে প্ৰশ্ন কৰিছা। এতিয়া তোমাক শ্ৰমণসকলৰ প্ৰজ্ঞা, সদাচাৰ, আৰু তেওঁলোকৰ কৰ্ম্মপ্ৰিয়তাৰ বিষয়ে কওঁ।

"শ্ৰমণসকল শ্ৰমশীল, অনলস আৰু শ্ৰেষ্ঠ কৰ্ম্মৰ সাধক। তেওঁলোক তৃষ্ণাহীন, দ্বেষহীন, সেই কাৰণে তেওঁলোক মোৰ প্ৰিয়।

"ত্ৰিবিধ পাপ ধ্বংস কৰি তেওঁলোক দেহ আৰু চিত্তত বিশুদ্ধ হৈছে। তেওঁলোকে সকলো পাপ পৰিত্যাগ কৰিছে। সেই কাৰণে তেওঁলোক আমাৰ প্ৰিয়।

"কায়, মন আৰু বাক্যৰ দ্বাৰা সম্পাদিত তেওঁলোকৰ সকলো কামেই নিৰ্ম্মল। গতিকে তেওঁলোক মোৰ প্ৰিয়।

"তেওঁলোকৰ অন্তৰ আৰু বাহিৰৰ মিলন শঙ্খ-মুক্তাৰ সদৃশ; তেওঁলোক সৰ্ব্বোচ্চ গুণৰ আধাৰ। সেই কাৰণেই তেওঁলোক মোৰ প্ৰিয়।

"তেওঁলোক বহুশ্ৰুত, ধৰ্ম্মধৰ; ধৰ্ম্মই হৈছে তেওঁলোকৰ উপজীৱিকা। তেওঁলোকে ধৰ্ম্ম আৰু ধৰ্ম্মাৰ্থ বিষয়ে উপদেশ দিয়ে। সেই কাৰণেই তেওঁলোক মোৰ প্ৰিয়।"

"ৰোহিণী, আমাৰ মঙ্গলৰ কাৰণেই তোমাৰ এই কুলত জন্ম হৈছে। বুদ্ধ, ধৰ্ম্ম আৰু সঙ্ঘত তোমাৰ অশেষ শ্ৰদ্ধা আৰু একান্ত নিষ্ঠা আছে।

"এই ধৰ্ম্মইযে উত্তম পুণ্যক্ষেত্ৰ সেই কথা তোমাৰ সুবিদিত। এতিয়াৰ-পৰা ময়ো শ্ৰমণসকলৰ সেৱাত মন-প্ৰাণ দিম।

"মই বুদ্ধ, ধৰ্ম্ম আৰু সঙ্ঘত শৰণ লম, শীলসমূহ পালন কৰিম, কিয়নো ই মঙ্গলদায়ক।



"পূৰ্ব্বে মই নামতহে ব্ৰাহ্মণ আছিলোঁ, এতিয়া যথাৰ্থ ব্ৰাহ্মণ হলোঁ। মই ত্ৰিবিদ্যালব্ধ, প্ৰকৃত বেদজ্ঞ ব্ৰাহ্মণ, মই আজিৰপৰা স্নাতক।"

বাৰাণসী নগৰত সুজাত নামৰ এজন ব্ৰাহ্মণ আছিল। কনিষ্ঠ পুত্ৰৰ মৃত্যুত শোকাভিভূত হৈ ব্ৰাহ্মণে উন্মাদৰ দৰে ঘূৰি ফুৰিছিল। শেষত থেৰী বাশিষ্ঠীৰ নিৰ্দ্দেশত শ্ৰদ্ধাবান হৈ তেওঁ প্ৰব্ৰজ্যা গ্ৰহণ কৰি সঙ্ঘত প্ৰৱেশ কৰিলে। পিতাকৰ সংসাৰ পৰিত্যাগৰ বাতৰি পাই জীয়েক সুন্দৰীয়েও সংসাৰ ত্যাগ কৰিবলৈ ইচ্ছা কৰিলে। মাকে জীয়েকক এই কাৰ্য্যত বাধা দি কলে,—

"সুন্দৰী, এই ঘৰৰ সকলো ধন-সম্পত্তি তোমাৰ; তুমিয়েই এই ব্ৰাহ্মণ বংশৰ একমাত্ৰ উত্তৰাধিকাৰিণী। নিজৰ সম্পত্তি গ্ৰহণ কৰি উপভোগ কৰা; সংসাৰ নেৰিবা।"

কিন্তু সুন্দৰীয়ে গৃহ-সুখ, ধন-সম্পদ বিসৰ্জ্জন দি শ্ৰাৱস্তী নগৰত বুদ্ধৰ ওচৰত উপস্থিত হৈ জনালে—

"হে মহাবীৰ, মোৰ নাম সুন্দৰী। মই বাৰাণসীৰপৰা আহিছোঁ। মই আপোনাৰ সেৱিকা; আপোনাক বন্দনা জনাইছোঁ।

"আপুনি বুদ্ধ, ত্ৰিলোকৰ শিক্ষক, জ্ঞানী ব্ৰাহ্মণ, মই আপোনাৰ মুখৰপৰা জাত, আপোনাৰ কন্যা। সমুদায় কৰ্ত্তব্য সম্পন্ন কৰি মই অনাসৱ হৈছো।"

বুদ্ধই সুন্দৰীক সাদৰ সম্ভাষণ জনাই কলে,—

"আহা পুত্ৰী, তুমি অদূৰ দেশৰপৰা আহিছা। যি সকলে আত্মদমন কৰিছে, যি সকল ৰাগমুক্ত, বন্ধনহীন, যিসকলে কৰ্ত্তব্য পালন কৰি নিষ্কলুষ হৈছে, তেওঁলোকে এনেকৈয়ে বুদ্ধৰ বন্দনা কৰে।"

সুন্দৰীক সঙ্ঘত প্ৰৱেশ কৰিবলৈ অনুমতি দিয়া হল। পিছত কঠোৰ সাধনাৰ দ্বাৰা সুন্দৰীয়ে অৰ্হত্ব লাভ কৰিলে।

কোনো কোনো ক্ষেত্ৰত তিৰোতাই স্বামীক প্ৰব্ৰজ্যা গ্ৰহণৰ-পৰা বিৰত কৰিবলৈ চেষ্টা কৰাও দেখা গৈছে। উপক নামৰ এজন তপস্বীয়ে এখন ব্যাধপাৰাত ভিক্ষা কৰিবলৈ গৈ চাপা

নামৰ ছোৱালী এজনী দেখি মোহিত হয়; শেহত উপকে তপস্যা ত্যাগ কৰি ব্যাধৰ ব্যৱসায় গ্ৰহণ কৰি চাপাক বিয়া কৰালে। তেওঁলোকৰ সুভদ্ৰ নামৰ পুত্ৰ সন্তান এটি জন্মিল। শিশু পুত্ৰই কান্দিলে গিৰিয়েকক উপহাস কৰাৰ ছলেৰে চাপাই গীত গায়—"উপকৰ পুত্ৰ, তপস্বীৰ পুত্ৰ, ব্যাধৰ পুত্ৰ, শান্ত হোৱা, শান্ত হোৱা।" চাপাৰ উপহাস সহ্য কৰিব নোৱাৰি উপকে এদিন সঁচা-সঁচিকৈ গৃহ ত্যাগ কৰি প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ ওলাল। চাপাই স্বামীক সেই কাৰ্য্যৰপৰা বিৰত কৰিবলৈ ভয় খুৱাই কলে,—"তোমাৰ পুত্ৰক এতিয়াই মই দণ্ড বা কটাৰীৰে বধ কৰিম, পুত্ৰ শোকৰ ভয়ত তুমি ঘৰ এৰিব নোৱাৰিবা।" উপকে উত্তৰ দিলে,—"নিষ্ঠুৰা নাৰী, পুত্ৰক কুকুৰ শিয়ালৰ মুখত নিক্ষেপ কৰিলেও তুমি মোক নিবৃত্ত কৰিব নোৱাৰিবা।"

ভিক্ষুণীসকলে কি উদ্দেশ্যেৰে আৰু কি সামাজিক পৰিস্থিতিৰ মাজত বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিছিল তাৰ সবিশেষ বৃত্তান্ত থেৰীগাথাৰ অত্‌থকথা পৰমত্‌থদীপনিত বিস্তাৰিতভাৱে বৰ্ণোৱা আছে। ভিক্ষুণীসকলৰ প্ৰব্ৰজ্যা গ্ৰহণৰ প্ৰধান কাৰণৰ ভিতৰত আছিল মুক্তিৰ কামনা, বুদ্ধৰ প্ৰতি শ্ৰদ্ধা, সংসাৰৰ দুখ-বিপত্তিৰপৰা নিস্তাৰ, স্বামীৰ প্ৰতি অনাসক্তি, আত্মীয়-স্বজনৰ মৃত্যু বা বিৰহ, পিতা-পুত্ৰৰ অকৃতজ্ঞতা, ভাই-ককাই অথবা গুৰুজনৰ পদ অনুসৰণ, ইত্যাদি।

গৌতম বুদ্ধৰ নাৰী জাতিৰ প্ৰতি কেনে স্নেহ আছিল সেই কথাও ভালেমান গাথাৰ মাজত প্ৰকাশ পাইছে। ভালেমান ভিক্ষুণীয়ে নিজকে "ওৰসা ধীতা বুদ্ধস্‌স" অৰ্থাৎ নিজকে বুদ্ধৰ কন্যা বুলি অভিহিত কৰিছিল। সমাহিত চিত্তত স্ত্ৰী-পুৰুষৰ পাৰ্থক্য নাই (ইত্‌থিভাৱো নো কিং কয়িৰা চিতম্‌হি সুসমাহিতে)। গতিকে তিৰোতাসকলৰো পুৰুষৰ দৰে নিৰ্ব্বাণ প্ৰাপ্তিত সমান অধিকাৰ আছিল। বহু ভিক্ষুণীয়ে ত্যাগ আৰু সাধনাৰ দ্বাৰা



নিৰ্ব্বাণ লভি পৰম শান্তিময় অৱস্থা পাইছিল (সীতি ভূতম্‌হি নিব্‌বুতা)।

থেৰীগাথাৰ প্ৰত্যেকটো গীতেই এখনি জীৱন-কাব্য; প্ৰত্যেকটি সঙ্গীত-মধুৰ গীতৰ মাজেদি ভিক্ষুণীসকলৰ অন্তৰৰ উচ্চভাৱ-চিন্তা হৃদয়স্পৰ্শী ভাষাত প্ৰকাশ পাইছে। কোনো কোনো গাথাত মুক্তিৰ পথৰ নিৰ্দ্দেশক ভগৱান বুদ্ধৰ প্ৰতি তেওঁলোকে সৰল হৃদয়েৰে শ্ৰদ্ধাঞ্জলি জনাইছে। সেই পিনৰপৰা মহাপ্ৰজাপতি গৌতমীৰ তলৰ গাথাটি উল্লেখনীয়—

হে বুদ্ধ, হে বীৰ, হে সৰ্ব্বোত্তম প্ৰাণী
তোমাক নমস্কাৰ।
মোৰ আৰু মোৰ নিচিনা বহু জনৰ তুমি
দুখ মোচন কৰিছা।
মোৰ সকলো দুখ দূৰ হৈছে, দুখৰ মূল কাৰণ
বাসনাৰ উচ্ছেদ হৈছে।
আজি মই দুখ নিৰোধগামী আৰ্য্য অষ্টাঙ্গিক
মাৰ্গত বিচৰণ কৰিছোঁ।
মাতা পিতা পুত্ৰ ভ্ৰাতা স্বামী ৰূপত মই
বহুবাৰ জন্ম গ্ৰহণ কৰিছিলোঁ।
যথাৰ্থ জ্ঞান লাভ কৰিব নোৱাৰি লক্ষ্যহীন হৈ মই
সংসাৰত বহুবাৰ জন্ম গ্ৰহণ কৰিছিলোঁ।
এতিয়া ভগৱান বুদ্ধৰ দৰ্শনত মই অনুভৱ কৰিছোঁ
যে এয়ে মোৰ অন্তিম শৰীৰ।
মোৰ জাতিচক্ৰ ক্ষীণ হৈছে, পুনৰ্জ্জন্ম মোৰ
আৰু নাই।

জাতকসমূহত বুদ্ধৰ পূৰ্ব্ব জীৱনৰ আখ্যান সন্নিহিত হৈছে। দৰাচলতে এইবোৰ প্ৰাচীন ভাৰতত প্ৰচলিত উপকথা আৰু কাহিনীৰ সংগ্ৰহহে মাথোন। এই কাহিনীৰ সহায়ত বুদ্ধৰ জীৱন

আৰু বুদ্ধৰ ধৰ্ম্ম সাধাৰণ মানুহৰ মাজত প্ৰচাৰ আৰু ব্যাখ্যা কৰা হৈছিল। প্ৰত্যেক জাতকৰে চাৰিটা অংশ লক্ষ্য কৰিব পাৰি; পচ্চুপন্নবথু (বুদ্ধই যি সময় আৰু প্ৰসঙ্গত আখ্যানটো কৈছিল, তাৰ কথা), অতীতবথু (বুদ্ধৰ অতীত জীৱনৰ কাহিনী), গাথা (শ্লোক) বেয়্যাকৰণ (গাথাৰ ব্যাখ্যা) আৰু সমোধান (অতীত প্ৰসঙ্গৰ লগত বৰ্ত্তমানৰ বুদ্ধৰ জীৱনৰ সম্বন্ধ নিৰ্ণয়); এই জাতক-বোৰৰ সংখ্যা পাঁচ শতকৈও অধিক।

নিদ্দেস হৈছে ব্যাখ্যা-মূলক গ্ৰন্থ। ইয়াত সুত্তনিপাতৰে নানা সুত্তৰ, বিশেষকৈ কামসুত্তৰপৰা খগ্গবিসানলৈকে, সাৰিপুত্তৰ দ্বাৰা বিশ্লেষণ আছে। এই গ্ৰন্থ মহা নিদ্দেস আৰু চুল্ল নিদ্দেস, দুই ভাগত বিভক্ত।

পটিসম্ভিধামগ্গত (মাৰ্গ বিষয়ক বিশ্লেষণ) প্ৰতিসংবিত সম্বন্ধীয় বিষয়ৰ বিশ্লেষণ আছে। এই পুথি তিনি বৰ্গ আৰু প্ৰত্যেক বৰ্গ দহ কথাত (বিষয়ত) বিভক্ত। তিনি বৰ্গ হৈছে—মহাবগ্গ, যুগনন্ধবগ্গ, আৰু পঞ্ঞাবগ্গ। এই তিনি গ্ৰন্থত আলোচনা কৰা বিষয়সমূহ হৈছে—অনিত্যতা সম্বন্ধীয় জ্ঞান, চাৰি আৰ্য্য-সত্য, প্ৰতীত্যসমুৎপাদ, চাৰি অবচৰ, অপৰিয়াপন্নো, চৰিয়া, পাটিহাৰিয়, অনুসাসনি আদি।

অপদান (অৱদান) হৈছে জাতক শাৰীৰ আখ্যানমূলক গ্ৰন্থ। এইবোৰত বৌদ্ধ ভিক্ষু আৰু ভিক্ষুণীসকলৰ পূৰ্ব্বজন্মৰ সুকৰ্ম্মৰ কাহিনী আছে। থেৰ আৰু থেৰী অপদান, এই দুই ভাগত এই গ্ৰন্থ বিভক্ত। থেৰ অপদানত পঞ্চাশটা বগ্গ আৰু প্ৰত্যেক বৰ্গতে দহোটা অপদান বা আখ্যান আছে। থেৰী অপদানত চাৰি বৰ্গ আৰু প্ৰত্যেক বৰ্গতে দহোটি অপদান আছে। বুদ্ধবংশত গৌতমৰ পূৰ্ব্বে জন্ম গ্ৰহণ কৰা চৌবিশ জন বুদ্ধৰ বৃত্তান্ত আছে। তেওঁ-লোক হৈছে—দীপংকৰ কোন্দঞ্ঞ, মংগল, সুমণ, ৰেৱত, সোভিত, অনোমদস্সী, পত্নুম, নাৰদ, পত্নুমুত্তৰ, সুমেধ, সুজাতা,



অজন্তাৰ বুদ্ধমূৰ্ত্তি



থাইদেশৰ বুদ্ধমূৰ্ত্তি



পিয়দস্‌সী, অত্‌থদস্‌সী, ধৰ্ম্মদস্‌সী, সিদ্‌ধত্‌থ, তিস্‌স, ফুস্‌স, বিপস্‌সি, সিখি, বেস্‌সভু, ককুসন্ধ, কোনাগমন আৰু কস্‌সপ। গৌতম হৈছে পঁচিশতম আৰু মেত্তেয় অনাগত (ভৱিষ্যতৰ) বুদ্ধ।

চৰিয়াপিটক খুদ্দক নিকায়ৰ শেষ গ্ৰন্থ। ইয়াত বুদ্ধই পূৰ্ব্ব জন্মত পালন কৰা পাৰমিতাসমূহৰ (সজ আচৰণ) উল্লেখ আছে। বৌদ্ধধৰ্ম্মৰ দহোটা পাৰমিতাৰ ভিতৰত দান, শীল, নৈশংকৰ্ম্ম, অধিষ্ঠান, সত্য, মৈত্ৰী, আৰু উপেক্ষাৰ বৰ্ণনা চৰিয়াপিটকত আছে। প্ৰজ্ঞা, বীৰ্য্য, আৰু ক্ষান্তি—এই তিনি পাৰমিতাৰ উল্লেখ এই গ্ৰন্থত নাই। চৰিয়াপিটকৰ এই গীতসমূহো জাতক শাৰীৰ সাহিত্য; কিয়নো ইয়াতো বোধিসত্ব অৰ্থাৎ বুদ্ধৰ পূৰ্ব্ব-জন্মৰ কাহিনী বৰ্ণনা হৈছে। পিছৰ যুগত বৌদ্ধধৰ্ম্মত এই পাৰমিতাসমূহে বিশেষ স্থান অধিকাৰ কৰিছিল। বিশেষকৈ মৈত্ৰী, কৰুণা, মুদিতা, উপেক্ষা আৰু অসুভা আচৰণ বৌদ্ধসাধক সকলৰ প্ৰধান কাম্য হৈছিল। জগতৰ সকলো জীৱৰে মঙ্গল কামনাই হৈছে মৈত্ৰী; জীৱৰ তুঃখমোচনৰ চেষ্টা, কৰুণা, আৰু পৃথিৱীৰ সকলো জীৱৰ সৌভাগ্যৰ চিন্তাই হৈছে মুদিতা। নিজৰ সৌভাগ্যৰ প্ৰতি বিতৃষ্ণা, সমদৃষ্টি-সম্পন্ন বিশ্বমানৱ-প্ৰীতি—এই বোৰ ভাবনা উপেক্ষা আৰু অসুভাৰ লগত সংলগ্ন।

মজ্ঝিম নিকায়ৰ মহাৰাহুলোবাদ সুত্তত গৌতম বুদ্ধই ৰাহুলক মৈত্ৰী ভাবনাৰ বিষয়ে এইদৰে উপদেশ দিছে—

"হে ৰাহুল, মৈত্ৰী-ভাবনা সাধনা কৰিবা; মৈত্ৰী-ভাবনাত ব্যাপাদ (বিদ্বেষ) দূৰ হয়। হে ৰাহুল, কৰুণা-ভাবনা সাধনা কৰিবা; কৰুণা-ভাবনাৰ সহায়ত হিংসা ভাব দূৰ হয়; হে ৰাহুল, মুদিতা-ভাবনা সাধনা কৰিবা, মুদিতা-ভাবনাৰ সহায়ত অ-ৰতি ভাব দূৰ হয়। হে ৰাহুল, উপেক্ষা-ভাবনা সাধনা কৰিবা; উপেক্ষা-ভাবনাত কামাসক্তি নষ্ট হয়।"

এই মৈত্ৰী-সাধন পথৰে অন্য নাম ব্ৰহ্মবিহাৰ। ব্ৰহ্মবিহাৰত

ভিক্ষুৰ অৰ্হত্ব প্ৰাপ্তি আৰু নিৰ্ব্বাণ লাভ হয়। ব্ৰহ্মবিহাৰৰ ব্যাখ্যাত গৌতম বুদ্ধই কৈছে—

মাতা যথা নিয়ং পুত্তং আয়ুসা
এক পুত্তমনুৰকৃখে
এবম্পি সব্বভূতেসু মান সম্ভাবয়ে
অপৰিমানং।
মেত্তঞ্চ সব্বলোকস্মিং মানসম্ভাবয়ে
অপৰিমানং
উদ্ধে অধ্বে চ তিৰিয়ঞ্চ অসম্বাধং
অবেৰমস্পত্তং।
তিট্‌ঠঞ্চৰং নিসিন্নো বা সয়ানো
বা যাবতস্‌স বিগতমিদ্ধো
এতং সতিং অধিট্‌ঠেয়্যং ব্ৰহ্মমেতং
বিহাৰমিধিমাহু।

"মাকে যেনেকৈ জীৱন দিও নিজৰ পুত্ৰক ৰক্ষা কৰে, সেইদৰে সকলো প্ৰাণীৰ প্ৰতি অপৰিসীম দয়া হব লাগে। উৰ্দ্ধ অধঃ চতুৰ্দ্দিশত সমগ্ৰ পৃথিৱীৰ প্ৰতি বাধাহীন, হিংসাশূন্য, শত্ৰুতাশূন্য হৈ অপৰিসীম দয়াভাব জন্মাব। থিয় হৈ থাকোঁতে, বহোঁতে, শোওঁতে, যেতিয়ালৈকে টোপনি নাহে তেতিয়ালৈকে এই মৈত্ৰী ভাৱত অধিষ্ঠিত হব লাগে—ইয়াকে ব্ৰহ্মবিহাৰ বোলে।"

ব্ৰহ্মবিহাৰত অধিষ্ঠিত নিৰ্ব্বাণকাঙ্ক্ষীয়ে শক্তিমান, সৰল, সুভাষী, মৃদু, নম্ৰ আৰু অভিমানশূন্য হবলৈ চেষ্টা কৰিব লাগে।

কৰণীয়মত্‌থ কুসলেন
যন্তং সন্তং পদং অভিসমেচ্চ
সক্কো উজূ চ সুহুজূ চ
সুৱচো চস্‌স মুদু অনভিমানী।



আৰু তেওঁ হব—

সন্তুস্‌সকো চ সুভৰো চ
অপ্‌পকিচ্চো চ সল্লহুকবুত্তি
সন্তিন্দ্ৰিয়ো চ নিপকো চ
অপ্‌পগৱভো কুলেসু অননুগিদ্ধো।

অৰ্থাৎ তেওঁ সন্তুষ্ট হৃদয়ৰ হব, অল্পতে তেওঁৰ ভৰণ হব, তেওঁ নিৰুদ্বেগ, অল্পভোজী, শান্ত, বিবেচক, অপ্ৰগল্‌ভ আৰু অনাসক্ত হব।

আৰু,—

ন চ খুদ্দং সমাচৰে কিঞ্চি
যেন বিঞ্‌ঞূ পৰে উপবদেয়্যুং
সুখিনো বা খেমিনো বা
সব্বে সত্তা ভৱন্ত সুখিতত্তা।

"আনৰ দ্বাৰা নিন্দনীয় হোৱা ক্ষুদ্ৰ অন্যায়ো তেওঁ আচৰণ নকৰিব। সকলো প্ৰাণীৰে সুখ, নিৰাপদ, স্বস্থতা তেওঁ কামনা কৰিব।"

ব্ৰহ্মবিহাৰীয়ে সকলো প্ৰাণীৰে সুখ ইচ্ছা কৰে—

যে কেচি পাণ ভূতত্‌থি
তসা বা থাৱৰা অনৱসেসা।
দীঘা বা যে মহন্তা বা
মজ্‌ঝিমা ৰস্‌সকা অনুকথূলা
দিট্‌ঠা বা যে চ আদিট্‌ঠা
যে চ দূৰে বসন্তি অবিদূৰে।
ভূতা বা সম্ভৱেসী বা
সব্বে সত্তা ভৱন্তি সুখিতত্তা।

"সৱল, দুৰ্ব্বল, দীৰ্ঘকায়, মহান, মধ্যম, হ্ৰস্ব, সৰু, স্থূল, দৃষ্ট, অদৃষ্ট, দূৰৈত আছে অথবা ওচৰত আছে, জন্মিছে অথবা জন্মিব, সকলো প্ৰাণীয়েই সুখী হওক।"

---

## অভিধম্ম পিটক

অভিধম্ম-পিটক পালি ত্রিপিটকৰ তৃতীয় মুখ্য ভাগ। সিংহল আৰু ব্রহ্মদেশত এই পিটকৰ এতিয়াও বহুল অধ্যয়ন আৰু বিশেষ চৰ্চ্চা হয়। দশম শতাব্দীৰ সিংহলৰ ৰজা এজনে স্বৰ্ণপত্ৰত অভিধম্ম পিটক খোদিত কৰি সেই স্বৰ্ণপত্ৰৰ পুথি পূজা কৰাৰ কাহিনী আছে। পালি শাস্ত্ৰৰ ভাষ্যকাৰ বুদ্ধঘোষৰ মতে অভিধম্ম শব্দৰ অৰ্থ হৈছে উচ্চতৰ বা বিশেষ ধৰ্ম্ম। প্ৰকৃততে তিনিও পিটকত বিচাৰ কৰা ধৰ্ম্ম মূলতে একেই, মাত্ৰ ব্যাখ্যাৰ পদ্ধতিহে বিভিন্ন। বিনয় পিটকত যি ধৰ্ম্ম সংযমৰ ফালৰপৰা ব্যাখ্যা কৰা হৈছে, সেই ধৰ্ম্মকে সুত্ত পিটকত উপদেশৰ আকাৰত আৰু অভিধম্মত তত্ত্ব-ৰূপত বিবেচনা কৰা হৈছে। অভিধম্ম পিটকৰ ধৰ্ম্ম-ব্যাখ্যা গভীৰ আৰু জটিল; ইয়াত বুদ্ধমত দাৰ্শনিক আৰু মনোবিজ্ঞানৰ পিনৰপৰা আলোচনা কৰা হৈছে। দৰাচলতে অভিধম্ম পিটকৰ বিষয়-বস্তুৰ লগত সুত্ত পিটকৰ বিষয়-বস্তুৰ পাৰ্থক্য নাই; অভিধম্ম-পিটক সুত্তপিটকৰ পৰিশিষ্ট বুলিহে কব পাৰি। অৱশ্যে অভিধম্ম পিটকত বৌদ্ধধৰ্ম্মৰ মূল তত্ত্বসমূহ বিষয় অনুসৰি সংখ্যা আৰু শ্ৰেণীবদ্ধ কৰা হৈছে। অভিধম্ম-পিটকৰ বিষয়-আলোচনা-পদ্ধতিৰ লগত অন্য পিটকৰ পাৰ্থক্য নোহোৱা নহয়। অন্য দুই পিটকত নানা উপমা, উদাহৰণ, দৃষ্টান্ত আৰু আখ্যানৰ সহায়ত বুদ্ধবচন ব্যাখ্যা কৰা হৈছে। কিন্তু অভিধম্ম পিটক "নিপ্‌পৰিয়ায় দেসনা" অৰ্থাৎ উপমাবিহীন আলোচনা। ইয়াৰ কাৰণ এই গ্ৰন্থৰ বিষয় জনসাধাৰণৰ কাৰণে নহয়। ই জ্ঞানী আৰু বুদ্ধিমান ভিক্ষু আৰু শ্ৰাৱকৰহে অধ্যয়নৰ বিষয়। তদুপৰি অভিধম্ম পিটক পঞ্‌হ-পৰিপুচ্ছক (পৰি-প্ৰশ্নাত্মক) অৰ্থাৎ প্ৰশ্ন আৰু উত্তৰ প্ৰণালীত লিখা হৈছে।

অভিধম্ম পিটকৰ ভিতৰুৱা গ্ৰন্থসমূহ হৈছে, ধম্মসংগণি, বিভঙ্গ, কথাবত্থু, পুগ্‌গলপঞ্‌ঞত্তি, ধাতুকথা, যমক আৰু পট্‌ঠান।



ভিয়েটনামৰ বুদ্ধমূৰ্ত্তি



ব্ৰহ্মদেশৰ বুদ্ধমূৰ্ত্তি



সাধাৰণতে অভিধম্ম পিটকৰ এই সাতখনি গ্ৰন্থক সত্তপকৰণ বুলিও কোৱা হয়। অভিধম্ম পিটকৰ ভিতৰত ধম্মসংগণিয়ে হৈছে প্ৰথম আৰু প্ৰমুখ্য গ্ৰন্থ। ধৰ্ম্ম অৰ্থাৎ পদাৰ্থসমূহ কামাবচৰ, ৰূপাবচৰ, আদি ৰূপত গণনা আৰু তাৰ সংক্ষিপ্ত ব্যাখ্যা কৰাৰ হেতু এই গ্ৰন্থৰ নাম ধম্মসংগণি দিয়া হৈছে। এই গ্ৰন্থৰ বিষয়-বস্তু চাৰি কাণ্ডত বিভক্ত—চিত্তুপ্পাদকংড, ৰূপকংড, নিক্‌খেপকংড আৰু অত্থুদ্ধাৰকংড। প্ৰথম দুই কাণ্ডত মানসিক আৰু ভৌতিক জগতৰ অৱস্থাৰ কুশল অকুশল আৰু অব্যাকৃত ৰূপত ব্যাখ্যা আছে। তৃতীয় আৰু চতুৰ্থ কাণ্ডত এই তত্ত্বসমূহকে সংক্ষিপ্তভাৱে কোৱা হৈছে। ধম্ম-সংগণিত চিত্ত আৰু চিত্তৰ লগত সংযুক্ত অৱস্থা ( চেত্‌সিক্ ) সমূহৰ কুশল-অকুশল, অব্যাকৃত ৰূপৰ বিশ্লেষণ আছে। ধম্মসংগণি মতে চিত্তৰ চাৰি ভূমি ( অৱস্থা ) আছে ; এই ভূমিত অগ্ৰসৰ হৈ ভিক্ষুৱে নিৰ্ব্বাণ লাভ কৰিব পাৰে। এই চাৰি ভূমি হ'ল—কামাবচৰ ভূমি, ৰূপাবচৰ ভূমি, অৰূপাবচৰ ভূমি আৰু লোকোত্তৰ ভূমি। সাধাৰণ মানুহে জন্মৰপৰা মৰণলৈকে কামনাৰ পিছত ফুৰে ; সেয়ে হৈছে চিত্তৰ কামাবচৰ ভূমি। ৰূপাবচৰ ভূমি হৈছে ধ্যানভূমি ; কুশল কৰ্ম্মত অগ্ৰসৰ হোৱা মানুহৰ চিত্তই এই ধ্যানভূমিত বিচৰণ কৰে। অৰূপাবচৰ ভূমিও এক প্ৰকাৰ ধ্যানভূমিয়েই ; এই অৱস্থাত সংসাৰৰ কোনো ৰূপৰ প্ৰতি চিত্ত আকৃষ্ট নহয়। চিত্তই এই ভূমিত থাকি কেৱল ৰূপবিহীন কৰ্ম্মস্থানৰ বিষয়েহে চিন্তা কৰে। লোকোত্তৰ ভূমিত চিন্তাই জাগতিক ধৰ্ম্মৰ অনিত্যতা, দুখ, অনাত্ম আৰু নিৰ্ব্বাণ বিষয়ে চিন্তা কৰে। এই ভূমিত প্ৰৱেশ কৰিলে চিত্ত সংসাৰৰ সকলো বন্ধনৰপৰা মুক্ত হয়।

বিভঙ্গ শব্দৰ অৰ্থ হৈছে বিস্তৃতভাৱে বিভাজন অথবা বিৱৰণ। বিভঙ্গ ধম্ম-সংগণিৰ বহল ব্যাখ্যা। ধম্ম-সংগণিত ধৰ্ম্মৰ বিশদ বিচাৰ কৰা হৈছে ; কিন্তু ধৰ্ম্মৰ লগত সম্বন্ধ থকা ( পদাৰ্থ ) স্কন্ধ, আয়তন আদিৰ ব্যাখ্যা আৰু বৰ্গীকৰণো বিভঙ্গত দিয়া হৈছে।

বিভঙ্গৰ বিষয়-বস্তু ওঠৰ বিভাগত বিভক্ত। প্ৰত্যেক বিভাগৰ তিনিটা অঙ্গ আছে—যেনে, সুত্তন্ত-ভাজনিয়, অভিধম্ম-ভাজনিয় আৰু পঞ্ ঞ-পুচ্ছক।

কথাবথু দাৰ্শনিক মতৰ খণ্ডন গ্ৰন্থ। এই গ্ৰন্থ অশোকৰ সময়ত বহা বৌদ্ধ সঙ্গীতিৰ সভাপতি স্থবিৰ মোগ্ গলি-পুত্তৰ দ্বাৰা সংকলিত হৈছিল। ভগৱান বুদ্ধৰ মৃত্যুৰ পিছত বজ্জিপুত্ত ভিক্ষুসকলে সঙ্ঘৰ নিয়ম লঙ্ঘন কৰি মহাসঙ্ঘিক নামৰ বৌদ্ধ সম্প্ৰদায়ৰ প্ৰতিষ্ঠা কৰে। এই মহাসঙ্ঘিক সম্প্ৰদায়ৰ পিছত একবোহাৰিক, গোকুলিক, পঞ্ ঞত্তিবাদী, বাহুলিক আৰু চেতিয়-বাদী নামৰ অন্য পাঁচ সম্প্ৰদায়ৰ সৃষ্টি হয়। কথাবথু গ্ৰন্থত এই বিভিন্ন সম্প্ৰদায়ৰ মতসমূহ থেৰবাদ বৌদ্ধধৰ্ম্মৰ পিনৰপৰা খণ্ডন কৰা হৈছে। এই গ্ৰন্থ তেইশ খণ্ডত বিভক্ত আৰু প্ৰত্যেক খণ্ডতে আঠৰপৰা বাৰলৈকে প্ৰশ্ন আৰু তাৰ উত্তৰ আছে।

পুগ্ গল পঞ্ ঞত্তি শব্দৰ অৰ্থ হৈছে পুগ্ গল ( ব্যক্তি ) সম্বন্ধে জ্ঞান আৰু তাৰ পৰিচয়। পুগ্ গল বা মানুহক এই গ্ৰন্থত দহ শ্ৰেণীত ভাগ কৰা হৈছে। ইয়াত এঘাৰটা অধ্যায় আছে। তাৰে দহোটা অধ্যায়ৰ প্ৰত্যেকটোত এক এক শ্ৰেণীৰ ব্যক্তি বা মানুহৰ বিৱৰণ দিয়া হৈছে। ইয়াৰ ভিতৰতে পুথুজ্জন, চাৰি আৰ্য্য শ্ৰাৱক, সম্যক সম্বুদ্ধ, প্ৰত্যেক বুদ্ধ, শৈক্ষ্য, অশৈক্ষ্য, আৰ্য্য, অনাৰ্য্য, স্ৰোতাপন্ন, সকৃদাগামী, অনাগামী, অৰ্হত আদিৰ বিৱৰণ আছে। উদাহৰণ স্বৰূপে চাৰিটা গুণ বা দোষৰ ওপৰত নিৰ্ভৰ কৰি শ্ৰেণীবদ্ধ কৰা মানুহৰ বিৱৰণৰপৰা উদাহৰণ স্বৰূপে কিছু উদ্ধৃত কৰা হল,—

(১) প্ৰশ্ন :—কোন মানুহ সেই মেঘৰ দৰে, যি মেঘে গৰ্জ্জন কৰে অথচ বৰ্ষণ নকৰে ?

উত্তৰ :—যি কয় বহুত, অথচ কাৰ্য্যত একো নকৰে, সেই মানুহেই গৰ্জ্জন কৰা মেঘ সদৃশ।



( ২ ) প্ৰশ্ন :—কোন মানুহ সেই মেঘৰ সদৃশ, যি মেঘে বৰ্ষণ কৰে অথচ গৰ্জ্জন নকৰে ?

উত্তৰ :—যি জনে কাম কৰে কিন্তু কথা নকয়, তেৱেঁই সেই মেঘৰ নিচিনা যি মেঘে বৰ্ষণ কৰে কিন্তু গৰ্জ্জন নকৰে।

( ৩ ) প্ৰশ্ন :—কোন মানুহ সেই মেঘৰ নিচিনা যি গৰ্জ্জনো কৰে বৰ্ষণো কৰে ?

উত্তৰ :—যি কয় আৰু কৰেও, তেৱেঁই গৰ্জ্জন আৰু বৰ্ষণ কৰা মেঘৰ সদৃশ।

( ৪ ) প্ৰশ্ন :—কোন মানুহ সেই মেঘৰ দৰে যি গৰ্জ্জন আৰু বৰ্ষণ দুয়োকে নকৰে ?

উত্তৰ :—যি মানুহে নকয় আৰু নকৰে, তেৱেঁই গৰ্জ্জন আৰু বৰ্ষণ নকৰা মেঘৰ দৰে।

চাৰি গুণ-দোষৰ ওপৰত নিৰ্ভৰ কৰি শ্ৰেণীবদ্ধ কৰা চতুৰ্থ শ্ৰেণীৰ মানুহ সম্বন্ধে অন্য এটি উপমা দিয়া হল—

( ১ ) প্ৰশ্ন :—কোন মানুহ সেই নিগনিৰ দৰে, যি নিগনিয়ে নিজৰ গাঁত নিজে খান্দে, কিন্তু তাত বাস নকৰে।

উত্তৰ :—যি মানুহে সুত্ত, গাথা, উদান, জাতক, আদি গ্ৰন্থ অধ্যয়ন কৰে, কিন্তু চাৰি আৰ্য্য-সত্য উপলব্ধি নকৰে, সেই মানুহেই এই নিগনিৰ দৰে।

( ২ ) প্ৰশ্ন :—কোন মানুহ সেই নিগনিৰ দৰে যি গাঁতত থাকে, কিন্তু সেই গাঁত নিজে তৈয়াৰ নকৰে।

উত্তৰ :—যি মানুহে সুত্ত, গাথা আদি অধ্যয়ন নকৰে, কিন্তু চাৰি আৰ্য্য-সত্য উপলব্ধি কৰে, সেই মানুহেই এই নিগনিৰ দৰে।

( ৩ ) প্ৰশ্ন :—কোন মানুহ সেই নিগনিৰ দৰে, যি নিজে গাঁত খান্দি তাত নিজে বাস কৰে ?

উত্তৰ ঃ—যি মানুহে সুত্ত, গাথা অধ্যয়ন কৰে আৰু আৰ্য্য-সত্য উপলব্ধি কৰে, তেৱেঁই সেই নিগনিৰ দৰে।

( ৪ ) প্ৰশ্ন ঃ—কোন মানুহ সেই নিগনিৰ দৰে যি নিজে গাঁতো নেখান্দে আৰু গাঁতত বাসো নকৰে ?

উত্তৰ ঃ—যি মানুহে সুত্ত, গাথা আদি অধ্যয়ন নকৰে আৰু চাৰি আৰ্য্য-সত্যকো উপলব্ধি নকৰে, সেই মানুহ এই নিগনিৰ সদৃশ।

ধাতুকথা ধম্মসংগণিৰ পৰিশিষ্ট গ্ৰন্থ। এই গ্ৰন্থত ধৰ্ম্মত দীক্ষিত হোৱা সকলৰ মানসিক অৱস্থাৰ বিষয়ে বিচাৰ কৰা হৈছে। এই গ্ৰন্থত পঞ্চ স্কন্ধ ( ৰূপ, বেদনা, সঞ্ঞা, সংকখাৰ আৰু বিঞ্ঞান ), দ্বাদশ আয়তন ( চক্খু, সোত, ঘান, জিহ্বা, কায়, ৰূপ, সদ্দ, গন্ধ, ৰস, ফোট্ঠব্ব, মন আৰু ধম্ম ); ওঠৰ ধাতু—(চক্খু, সোত, ঘান, জিহ্বা, কায়, ৰূপ, সদ্দ, গন্ধ, ৰস, ফোট্ঠব্ব, চক্খু-বিঞ্ঞান, সোত-বিঞ্ঞান, ঘান-বিঞ্ঞান, জিহ্বা-বিঞ্ঞান, কায়-বিঞ্ঞান, মনো-বিঞ্ঞান, আৰু ধম্ম ); চাৰি সতিপট্ঠান —( কায়, চিত্ত, বেদনা, আৰু ধম্ম ); চাৰি আৰ্য্য-সত্য, চাৰি ধ্যান, পঞ্চবল আৰু ( সদ্ধা, বিৰিয়, সতি, সমাধি আৰু পঞ্ঞা ), সপ্ত বোজ্ঝঙ্গ—( সতি, ধম্ম, বিষয়, বিৰিয়, পীতি, পসসদ্ধি, সমাধি, উপেক্খা ), আৰ্য্য অষ্টাঙ্গিক মাৰ্গ আদিৰ বিচাৰ বিবেচনা আছে।

সকলো বিষয়ে দুই প্ৰকাৰ প্ৰশ্ন আৰু দুই প্ৰকাৰ উত্তৰ থকাৰ হেতু যমক নাম হৈছে। এই পুথিৰ এজোৰা প্ৰশ্নৰ উদাহৰণ—

"সকলো কুশল ধৰ্ম্মৰ কুশল মূলনে ? অথবা সকলো কুশল মূলেই কুশল ধৰ্ম্মনে ?" এনে ধৰণে যুৰীয়া প্ৰশ্নৰে যমক গ্ৰন্থ পৰিপূৰ্ণ।

অভিধম্ম পিটকৰ শেষ গ্ৰন্থ হৈছে পট্ঠান অথবা পট্ঠান্-পকৰণ। এই গ্ৰন্থত চৌবিশ শ্ৰেণীৰ প্ৰত্যয় ( বস্তুৰ উৎপত্তি আৰু কাৰণ ) সম্বন্ধে আলোচনা কৰা হৈছে। চমুকৈ কবলৈ গলে,



এই পুথিত প্ৰতীত্যসমুৎপাদ মতৰ বিচাৰ আছে। বৌদ্ধ ধৰ্ম্মমতে নিৰ্ব্বাণৰ বাহিৰে সকলো অৱস্থাৰে ( ৰূপ অথবা মানসিক ) কাৰ্য্য-কাৰণ পৰম্পৰা আছে। পট্ঠানত আলোচনা কৰা প্ৰত্যয়-সমূহ হৈছে,—হেতু প্ৰত্যয়, আলম্বন প্ৰত্যয়, অধিপতি প্ৰত্যয়, অনন্তৰ প্ৰত্যয়, সমনন্তৰ প্ৰত্যয়, সহজাত প্ৰত্যয়, অন্যোন্য প্ৰত্যয় ইত্যাদি। এই পুথিত বিষয়সমূহ কেনেদৰে বিচাৰ কৰা হৈছে তাৰ উদাহৰণ—

সহজাত পচ্চয়ত কোন ধৰ্ম্ম ( পদাৰ্থ ) কোন অন্য ধৰ্ম্মৰ লগে লগে উৎপত্তি হয়, এই সম্বন্ধে আছে ; সঞ্ঞা, বেদনা, সংস্কাৰ আৰু বিঞ্ঞান সহজাত প্ৰত্যয় স্বৰূপে সংযুক্ত। কিয়নো ইহঁতৰ উৎপত্তি একেলগে হয়।



## অনুপিটক

ত্ৰিপিটক গ্ৰন্থৰাজিৰ সংকলন সম্ভৱতঃ খ্ৰীষ্টপূৰ্ব্ব তৃতীয় শতাব্দীৰ ভিতৰত সম্পূৰ্ণ হয়। ইয়াৰ পিছতো ত্ৰিপিটকৰ ব্যাখ্যা স্বৰূপে দুই চাৰিখন মূল্যৱান গ্ৰন্থ ৰচিত হৈছিল। তাৰ ভিতৰত নেত্তিপকৰণ, পেটকোপদেস আৰু মিলিন্দ-পঞ্‌হোৰ নাম উল্লেখনীয়। সমগ্ৰ পিটক-পৰৱৰ্ত্তী গ্ৰন্থৰ ভিতৰত মিলিন্দপঞ্‌হো প্ৰসিদ্ধ। বৌদ্ধসকলৰ মাজত এই গ্ৰন্থ ত্ৰিপিটকৰ দৰেই পূজনীয়। গ্ৰীক ৰজা মিলিন্দ (মেনাণ্ডৰ) আৰু বৌদ্ধ পণ্ডিত নাগসেনৰ মাজত হোৱা কথোপ-কথনৰ যোগে বৌদ্ধমত আৰু দাৰ্শনিক তথ্য এই পুথিত ব্যাখ্যা কৰা হৈছে। পুথিৰ সংকলন কাল খ্ৰীষ্ট-পূৰ্ব্ব প্ৰথম শতাব্দী বুলি অনুমান কৰা হয়। মিলিন্দপঞ্‌হো প্ৰাচীন ভাৰতীয় গদ্য সাহিত্যৰ অপূৰ্ব্ব নিদৰ্শন।

মিলিন্দপঞ্‌হোৰ বিষয়-বস্তু সাত আধ্যাত বিভক্ত—বাহিৰ কথা, লক্‌খণ পঞ্‌হো, বিমতিচ্ছেদন, মেণ্ডকপঞ্‌হো, অনুমান পঞ্‌হো, ধুতংগকথা আৰু ওপম্মকথাপঞ্‌হো। বাহিৰকথা আধ্যাত মিলিন্দ ৰজাৰ ৰাজধানী সাগলৰ (শিয়ালকোট) বৰ্ণনা, ৰজা মিলিন্দৰ নাগসেনৰ ওচৰত উপস্থিতিৰ বিৱৰণ আৰু দুয়োজনৰ পূৰ্ব্বজন্মৰ কাহিনী মনোৰম ভাষাত দিয়া হৈছে। অন্যান্য অধ্যায় বৌদ্ধধৰ্ম্ম সম্বন্ধীয় বিভিন্ন বিষয়ৰ তৰ্ক আৰু আলোচনাৰে সম্পূৰ্ণ। উদাহৰণ স্বৰূপে লক্‌খণ-পঞ্‌হোৰ প্ৰথম কথোপকথনটিকেই উদ্ধৃত কৰিব পাৰি। ৰজা মিলিন্দই নাগসেনৰ ওচৰত বহি সুধিলে, "ভদন্ত, আপোনাক কি নামেৰে সম্বোধন কৰা হয়?"

"মহাৰাজ, মোক নাগসেন নামেৰে সম্বোধন কৰা হয়। ভিক্ষু-সকলে মোক এই নামেৰেই মাতে। পিতৃ-মাতৃয়ে সন্তানক নাগসেন, সুৰসেন, বীৰসেন আদি নাম দিয়ে। কিন্তু দৰাচলতে ইয়াৰপৰা কোনো ব্যক্তিৰ উপলব্ধি নহয় (ন হেত্‌থ পুগ্‌গলো উপলব্ভতী)।"

"যদি সঁচাকৈয়ে কোনো ব্যক্তিৰ উপলব্ধি নহয়, তেন্তে



আপোনাক চীবৰ পিণ্ডপাত্ৰ আদি (প্ৰয়োজনীয় বস্তু) কোনে দিয়ে? সেই বস্তুকেই বা উপভোগ কোনে কৰে? শীল কোনে ৰক্ষা কৰে? ধ্যান কোনে ধৰে? আৰ্য্যমাৰ্গ আৰু তাৰ ফল নিৰ্ব্বাণ কোনে তেন্তে প্ৰত্যক্ষ কৰে?............আপুনি কৈছে যে আপোনাক ভিক্ষুসকলে নাগসেন বোলে? নাগসেন তেন্তে কোন? আপোনাৰ কেশ নাগসেন নে কি?"

"নহয়, মহাৰাজ।"

'তেন্তে নোম, দাঁত, ত্বচ্, মাংস, হাড়,......নাগসেন?"

"নহয় মহাৰাজ।"

"ৰূপ, বেদনা, সঞ্‌ঞা, সংখাৰা, বিঞ্‌ঞান—এই পঞ্চখন্ধ নাগসেন?"

"নহয় মহাৰাজ।"

"তেন্তে এই পাঁচ খণ্ডৰ বাহিৰা অন্য কিবা বস্তু নাগসেন?"

"নহয় মহাৰাজ।"

"আপোনাক সুধি সুধি নাগসেন কোন তাৰ উত্তৰ নেপালোঁ; ......নাগসেন বুলি একোৱেই নাইনেকি?"

"মহাৰাজ, ক্ষত্ৰিয় কুলত জন্ম হোৱাৰ হেতু আপোনাৰ শৰীৰ কোমল। এই শৰীৰ লৈ এই ভৰ দুপৰীয়াখন আপুনি মোৰ ওচৰলৈ কিহেৰে আহিল?"

"ৰথেৰে আহিলোঁ।"

"মহাৰাজ, আপুনি যদি ৰথেৰে আহিছে, তেন্তে কওকচোন ৰথ কোনখন? বাহ (ইসা) ৰথনে?"

"নহয় ভদন্ত।"

"ধুৰা (অঙ্গ) ৰথ?"

"নহয় ভদন্ত।"

'চকা, চকাৰ আধাৰ, ৰথদণ্ড, যুঁৱলি, ৰচি......ৰথ?"

"নহয়, ভদন্ত।"

"এই সকলোবোৰ মিলি ৰথ ?"

"নহয়, ভদন্ত।"

"মহাৰাজ, মই আপোনাক প্ৰশ্ন সুধি সুধি হুৰিলোঁ। তথাপি ৰথ কি তাক উপলব্ধি কৰিব নোৱাৰিলোঁ। ৰথ তেন্তে কেৱল এটা নামহে মাত্ৰ? ৰথ যদি নাই তেন্তে আপুনি ৰথত অহা বুলি কোৱা কথাষাৰ মিছা? মহাৰাজ, আপুনি সমগ্ৰ জম্বুদ্বীপৰ ৰজা; তেনেস্থলত আপুনি কাৰ ভয়ত মিছা কথা কৈছে?"

"ভদন্ত, মই মিছা কথা কোৱা নাই। এই সকলোবোৰ বস্তুৰ হেতু—বাহু, ধুৰা, চকা, ৰথদণ্ড, যুঁৱলি—সাধাৰণ ব্যৱহাৰৰ নিমিত্তে ৰথ নামৰ সংজ্ঞাৰ উৎপত্তি হৈছে। (ৰথোতি সংখা সমঞ্ঞা পঞ্ঞত্তি; ৱোহাৰো নামমত্তং পৱত্ততীতি)।"

"সাধু, সাধু, মহাৰাজে ৰথৰ সংজ্ঞা উপলব্ধি কৰিব পাৰিছে। সেইদৰেই মহাৰাজ, আপুনি উল্লেখ কৰা নোম দাঁত আদি বত্ৰিশটা শৰীৰৰ বস্তু আৰু ৰূপ, বেদনা আদি পঞ্চ স্কন্ধৰ হেতু সাধাৰণ ব্যৱহাৰৰ নিমিত্তে মোৰ নাগসেন নাম হৈছে। প্ৰকৃততে ব্যক্তিৰ কোনো অস্তিত্ব নাই (পৰমথতো পনেত্থ পুগ্গলো নুপলব্ভতি)"

বিমতিচ্ছেদন আধ্যাত ৰজা মিলিন্দৰ মনত উদয় হোৱা ভালেমান সংশয় নাগসেনৰ দ্বাৰা ছেদ কৰা হৈছে। এইবোৰ প্ৰশ্ন হৈছে—সকলো মানুহে নিৰ্ব্বাণ লাভ কৰেনে? বুদ্ধ অনুত্তৰনে? বুদ্ধ সৰ্ব্বজ্ঞ আৰু সৰ্ব্বদৰ্শীনে? স্মৃতি কেনেকৈ উৎপন্ন হয়?—ইত্যাদি। এটা প্ৰশ্নত ৰজা মিলিন্দই সুধিছে—"ভদন্ত, নাগসেন, আপুনি বুদ্ধক দেখিছিলনে?"

"নাই দেখা, মহাৰাজ।"

"আপোনাৰ আচাৰ্য্যসকলে দেখিছিলনে?"

"নাই দেখা, মহাৰাজ।"

"তেন্তে ভদন্ত, বুদ্ধ নাই?"

"মহাৰাজ, হিমালয় পৰ্ব্বতত থকা উহা নদী আপুনি দেখিছেনে?"



"নাই দেখা ভদন্ত।"

"আপোনাৰ পিতাকে দেখিছিলনে?"

"নাই দেখা।"

"তেন্তে মহাৰাজ, উহা নামৰ কোনো নদী নাই?"

"কেলৈ নহব? মই বা মোৰ পিতৃয়ে নেদেখিলেও উহা নদী আছে।"

"সেইদৰে মহাৰাজ, মই বা মোৰ আচাৰ্য্যসকলে নেদেখিলেও বুদ্ধ আছিল।"

মেণ্ডকপঞ্ঞহোত বিৰোধ শ্ৰেণীৰ কেতবোৰ প্ৰশ্নৰ মীমাংসা আছে। ৰজা মিলিন্দই প্ৰশ্ন কৰিছে, "হে ভদন্ত, দেৱদত্তক কাৰ দ্বাৰা প্ৰব্ৰজ্যা দান কৰা হৈছিল?"

"ভগৱান বুদ্ধই দিছিল।"

"দেৱদত্তই সঙ্ঘত ভেদ জন্মোৱা নাছিলনে?"

"হয়, দেৱদত্তই সঙ্ঘত ভেদ জন্মাইছিল।"

"সঙ্ঘভেদকাৰীৰ কি কৰ্ম্মফল?"

"যি কৰ্ম্মই কল্পকাল ফল দিয়ে, তেনে কৰ্ম্মফল সঙ্ঘভেদকাৰীয়ে ভোগ কৰে।"

"হে ভদন্ত, ভগৱান বুদ্ধই জানিছিলনে যে দেৱদত্তই সঙ্ঘৰ ভেদ জন্মাব আৰু তাৰ হেতু কল্পকাল নৰকত কষ্ট ভোগ কৰিব?"

"হয় মহাৰাজ, জানিছিল।"

"যদি সেয়ে হয় তেন্তে বুদ্ধক যে কাৰুণিক, অনুকম্পক, হিতৈষী, আৰু তেওঁ সকলো প্ৰাণীৰ দুখ গুচাই সুখ প্ৰৱৰ্ত্তন কৰে বুলি কোৱা হয় সেই কথা মিছা। দেৱদত্তই সঙ্ঘত ভেদ জন্মাব বুলি বুদ্ধই নেজানিছিল বুলি যদি কোৱা হয়, তেন্তে বুদ্ধ সৰ্ব্বজ্ঞ নাছিল। হে ভদন্ত, এই বিৰোধ-প্ৰশ্নৰ মীমাংসা কৰক।"

"মহাৰাজ, বুদ্ধ কাৰুণিক আৰু সৰ্ব্বজ্ঞ। প্ৰব্ৰজ্যা দান নকৰা হলে দেৱদত্তৰ অসীম পাপ সীমিত নহলহেঁতেন। নিজৰ

অসীম অনুকম্পাৰ হেতু বুদ্ধই দেৱদত্তক সজ্ঘত প্ৰৱেশ কৰিবলৈ দিলে।"

"ভদন্ত নাগসেন, তেনেহলে বুদ্ধই প্ৰথমে মানুহৰ দেহত কষ্ট দি পিছত তেল ঘঁহি দিয়ে; প্ৰথমে জল-প্ৰপাতত পেলাই পিছত উদ্ধাৰ কৰিবলৈ হাত আগ বঢ়ায়; প্ৰথমে বধ কৰি পিছত জীৱন দান কৰিবলৈ চেষ্টা কৰে; প্ৰথমে দুখ দি পিছত সুখ দিবলৈ চেষ্টা কৰে?"

"হে মহাৰাজ, পিতৃ-মাতৃয়ে যেনেকৈ ভৱিষ্যত সুখৰ কাৰণে নিজ সন্তানক দুখ দিয়ে, তথাগত বুদ্ধয়ো ভৱিষ্যতৰ পৰম সুখৰ কাৰণেই প্ৰথমে মানুহক দুখ দিয়ে······।"

ওপম্মপঞ্‌ঞহো আধ্যাত অৰ্হত্ব প্ৰাপ্তিৰ কাৰণে কি কি গুণ লাগে তাক উপমাৰ দ্বাৰা বুজুৱা হৈছে। গাধৰ যি এটা গুণ, কুকুৰাচৰাইৰ যি পাঁচোটি গুণ, কেৰ্কে টুৱাৰ আৰু বাঘৰ যি এটি গুণ, কাউৰী আৰু বান্দৰৰ যি দুটা গুণ, সাগৰ, পৃথিৱী আৰু পৰ্ব্বতৰ যি পাঁচোটি গুণ, ইত্যাদিবোৰ অৰ্হত্ব-প্ৰাপ্তিৰ কাৰণে প্ৰয়োজনীয়। তলত কিছু উদ্ধৃত কৰা হল—

"ভদন্ত নাগসেন, গাধৰ কোন এটা গুণ গ্ৰহণ কৰিব লাগে?"

"মহাৰাজ, গাধই যি ঠাইতেই জিৰণি নলওক, বেছি সময় জিৰণি নলয়। সেইদৰেই ভিক্ষুসকলো শয়ন-বহুল (বহু সময় শুই থকা) হব নেলাগে।"

"ভদন্ত নাগসেন, কেৰ্কে টুৱাৰ কোন এটা গুণ গ্ৰহণ কৰিব লাগে?"

"মহাৰাজ, শত্ৰুৱে আক্ৰমণ কৰিলে কেৰ্কে টুৱাই নিজৰ নেজ মাটিত মৰিয়াই মৰিয়াই ফুলাই তাৰে শত্ৰুক খেদে। সেইদৰে ভিক্ষুৱে আত্মসংযমৰ দ্বাৰা সৰ্ব্বক্লেশ (পাপ) দূৰ কৰে। কেৰ্কে টুৱাৰ এই গুণটোৱেই ভিক্ষুত থাকিব লাগে।" ইত্যাদি।

মেণ্ডকপঞ্‌ঞহো আধ্যাতে নিৰ্ব্বাণ সম্বন্ধেও ব্যাখ্যা আছে।



মিলিন্দই প্ৰশ্ন কৰিছে—"ভদন্ত নাগসেন, আপুনিযে নিৰ্ব্বাণ নিৰ্ব্বাণ বুলিছে—সেই নিৰ্ব্বাণৰ ৰূপ, অৱয়ব, স্থিতি, অথবা পৰিমাণ, উপমা, কাৰণ, হেতু ব্যাখ্যাৰে বুজাব পাৰিবনে?"

"মহাৰাজ, নিৰ্ব্বাণৰ লগত অন্য একোৰে সাদৃশ্য নাই। গতিকে নিৰ্ব্বাণৰ ৰূপ, অৱয়ব, স্থিতি, অথবা পৰিমাণ, উপমা, কাৰণ, হেতু, ব্যাখ্যাৰে বুজাব নোৱাৰি।"

"নিৰ্ব্বাণ আছে অথচ তাক উপমা, কাৰণ ইত্যাদিৰে বুজাব নোৱাৰে—এই কথা বিশ্বাস কৰিবলৈ মই টান পাইছোঁ।"

"বাৰু, মহাৰাজ, কওকচোন, মহাসমুদ্ৰ আছেনে?"

"হয় আছে।"

"মহাৰাজ, কোনোবাই আপোনাক মহাসমুদ্ৰত কিমান পানী, কিমান জীৱ আছে বুলি প্ৰশ্ন কৰিলে তাৰ উত্তৰ কি দিব?"

"মই কম—এইটো সুধিব নলগীয়া প্ৰশ্ন; এনে প্ৰশ্ন সোধা উচিত নহয়। বৈজ্ঞানিকসকলে এই প্ৰশ্ন কেতিয়াও বিচাৰ কৰা নাই। সমুদ্ৰৰ পানী কোনেও জুখিব নোৱাৰে, তাত থকা জীৱকো গণনা কৰিব নোৱাৰি।"

"মহাৰাজ, সমুদ্ৰৰ অস্তিত্ব থকা সত্ত্বেও তাৰ পানী জুখি, জীৱ-সমূহ গণনা কৰি উত্তৰ দিব নোৱাৰে কিয়?"

"সেইটো অসম্ভৱ কথা।"

"মহাৰাজ, সমুদ্ৰৰ অস্তিত্ব থকা সত্ত্বেও তাৰ বিষয়ে এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়া অসম্ভৱ, সেইদৰে অস্তিত্ব থকা সত্ত্বেও নিৰ্ব্বাণ সম্বন্ধে এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়া সম্ভৱ নহয়।"

ৰজা মিলিন্দই পুনৰ সুধিলে,—"ভদন্ত নাগসেন, নিৰ্ব্বাণ পূৰ্ণ-আনন্দৰনে? অথবা তাত দুখ জড়িত আছে?"

"মহাৰাজ, নিৰ্ব্বাণ পূৰ্ণ আনন্দ, তাত লেশ মাত্ৰও দুখ নাই; নিৰ্ব্বাণ অবিমিশ্ৰ সুখ। নিৰ্ব্বাণ লাভৰ পথ অৱশ্যে দুঃখময়; কিন্তু কওকচোন পৃথিৱীত কি বস্তু বিনা দুখ-কষ্টেৰে আৰ্জ্জিব

পাৰি ? নিৰ্ব্বাণ গিৰিশৃঙ্গৰ দৰে প্ৰিয়-অপ্ৰিয়-নিৰ্ব্বিকাৰ, চিন্তামণিৰ দৰে নিৰ্ব্বাণত সকলো কামনা পূৰ্ণ হয়, লোহিত চন্দনৰ দৰে নিৰ্ব্বাণ দুৰ্ল্লভ, সুগন্ধি ঘিউৰ দৰে মধুৰ আৰু সুস্বাদু, আকাশৰ দৰে অবাধ, অনন্ত, অজ, অজৰ-অমৰ, অক্ষয়, জন্মান্তৰহীন, আৰু সাগৰৰ দৰে বিশাল আৰু মহান।"

"মহাৰাজ, নিৰ্ব্বাণ সুখময়, শান্তিময়, আনন্দময়, এক পৰম পবিত্ৰ অৱস্থা। অগ্নিকুণ্ডত দগ্ধ হোৱা কোনো মানুহে নিজৰ চেষ্টাত সেই কুণ্ডৰপৰা মুক্তি লভি অন্য অগ্নি নোহোৱা ঠাইত গৈ পৰম সুখ লাভ কৰে; নিৰ্ব্বাণো তেনে সুখকৰ; গেলা-পচা মৰাশৰে পৰিপূৰ্ণ গাঁততপৰা কোনো মানুহে চেষ্টা কৰি তাৰপৰা উদ্ধাৰ লভিলে আনন্দ লভে, নিৰ্ব্বাণো তদ্ৰূপ, আনন্দময় অৱস্থা।" ইত্যাদি।

পিটকৰ পৰৱৰ্ত্তী গ্ৰন্থৰাজিৰ ভিতৰত অট্ঠকথা অৰ্থাৎ ত্ৰিপিটকৰ টীকাসমূহো ধৰা হয়। এই অট্ঠকথা বা ভাষ্যকাৰ সকলৰ ভিতৰত বুদ্ধদত্ত, বুদ্ধঘোষ আৰু ধৰ্ম্মপাল প্ৰধান। এওঁলোক তিনিওজনেই ভাৰতীয়; তেওঁলোকে লঙ্কাদ্বীপলৈ গৈ সিংহলী ভাষাত ৰচিত বৌদ্ধধৰ্ম্ম সম্বন্ধীয় কিতাপ-পত্ৰ অধ্যয়ন কৰি ত্ৰিপিটকৰ বিভিন্ন গ্ৰন্থসমূহৰ অৰ্থকথা (ভাষ্য) ৰচনা কৰে।

বুদ্ধদত্ত বুদ্ধঘোষৰ সমসাময়িক। কোনো কোনোৰ মতে তেওঁ বুদ্ধঘোষৰ গ্ৰন্থৰ সহায়ত উত্তৰ বিনিচ্ছয়, বিনয় বিনিচ্ছয় (বিনয় পিটকৰ অৰ্থকথা), অভিধম্মাৱতাৰ, ৰূপাৰূপ বিভাগ আৰু মধুৰত্থ বিলাসিনী (বুদ্ধবংশৰ টীকা) আদি অৰ্থকথা ৰচনা কৰে।

বুদ্ধঘোষৰ জীৱনীৰ বিষয়ে কিছু কথা পালি ভাষাত ৰচিত সিংহলৰ বুৰঞ্জী মহাবংস গ্ৰন্থৰপৰা জানিব পাৰি। বোধগয়াৰ ওচৰত ব্ৰাহ্মণ পৰিয়ালত বুদ্ধঘোষৰ জন্ম হয়। কোন এক ভিক্ষুৰ দ্বাৰা বৌদ্ধ ধৰ্ম্মত দীক্ষিত হৈ তেওঁ সিংহলৰ ৰজা মহানামৰ ৰাজত্ব-কালত (পঞ্চম শতিকাৰ মাজভাগ) লঙ্কা দ্বীপলৈ যায়, আৰু অনুৰাধ-পুৰৰ মহাবিহাৰত আশ্ৰয় লৈ সিংহলী ভাষাৰ অট্ঠকথাৰ



সহায়ত বুদ্ধঘোষে বিভিন্ন ত্ৰিপিটক গ্ৰন্থৰ অৰ্থকথা প্ৰণয়ন কৰে। বুদ্ধঘোষৰ ৰচিত মৌলিক গ্ৰন্থৰ ভিতৰত বিসুদ্ধিমগ্‌গ প্ৰধান। বিভিন্ন পিটকৰপৰা বৌদ্ধধৰ্ম্ম সম্বন্ধীয় মূল তত্ত্বসমূহ সংগ্ৰহ কৰি বিসুদ্ধিমগ্‌গত সেই সমূহ মনোৰমভাৱে ব্যাখ্যা কৰা হৈছে। তেওঁৰ ৰচিত অন্যান্য অট্ঠকথাৰ ভিতৰত সমন্ত পাসাদিকা (বিনয় পিটকৰ টীকা), কংখা বিতৰণী (পাতি মোক্খৰ টীকা), সুমংগল বিলাসিনী (দীঘনিকায়ৰ টীকা), পপঞ্চসূদনী (মজ্‌ঝিম নিকায়ৰ টীকা), সাৰত্থপকাসিনী (সংযুক্ত নিকায়ৰ টীকা), মনোৰথ পূৰণী, (অংগুত্তৰ নিকায়ৰ টীকা), পৰমত্থজোতিকা (খুদ্দক পাঠ আৰু সুত্তনিপাতৰ টীকা), ধম্মপদ অট্ঠকথা, অত্থসালিনী (ধম্ম সংগণিৰ টীকা) আদিয়েই হৈছে প্ৰধান। কোনো কোনোৱে জাতকৰ অৰ্থকথাও বুদ্ধঘোষৰ দ্বাৰা ৰচিত বুলি অনুমান কৰে।

ধৰ্ম্মপাল অন্য এজন প্ৰসিদ্ধ পালি টীকাকাৰক। তেওঁৰ জন্মস্থান দ্ৰাবিড়দেশৰ কাঞ্চীপুৰ অঞ্চল। বুদ্ধদত্ত আদিৰ দৰে তেৱোঁ সিংহলৰ মহাবিহাৰলৈ গৈ বৌদ্ধধৰ্ম্ম, পালি আৰু সিংহলী সাহিত্য অধ্যয়ন কৰে। তেওঁৰ ৰচিত অট্ঠকথা সমূহৰ ভিতৰত পৰমত্থ দীপনী মহত্বপূৰ্ণ। ইয়াত উদান, ইতিবুত্তক, বিমানবত্থু পেতবত্থু থেৰগাথা, থেৰীগাথা আৰু চৰিয়াপিটক—এই আটাইকেইখন গ্ৰন্থৰ বহল ব্যাখ্যা আৰু সৰল ভাষ্য আছে।

—অন্ত—